Bertha-Abhiman— A fictitious novel,
Written by— Birendra Chandra Das,
Published by— Rajendra Chandra Das,
Lakhipur, Goalpara, Assam.

ব্লক মেকাৰ এণ্ড প্ৰিণ্টাৰ্চ :
দাস ব্ৰাদাৰ্চ,
১৪ নং গৰানহাটা ষ্ট্ৰীট,
কলিকতা-৬

বেটুপাত :
জগত চন্দ্ৰ বৰা ।
(তেজপুৰ)

ৰচনা :
বীৰেন্দ্ৰ চন্দ্ৰ দাস ।

প্ৰকাশক :
ৰাজেন্দ্ৰ চন্দ্ৰ দাস ।
(লক্ষীপুৰ)

ছপাওঁতা :
প্ৰগতি প্ৰিণ্টাৰ্চ : ধুবুৰী ।
প্ৰথম প্ৰকাশ : ১৯৬৪ ।

মূল্য ৩·৫০ পইচা ।



মৰমৰ সোণ,

মহানিশাৰ এন্ধাৰত মাৰ দৰে হয়তো তুমিও এদিন হেৰাই যাবা, মৰমৰ স্মৃতিৰূপে থাকি যাব মোৰ 'ব্যৰ্থ-অভিমান' ।

তোমাৰ—
'বীৰেন'

## লেখকৰ আন কিতাপ—

দেবীদেৱদাসী — [ উপন্যাস ]
ব্যৰ্থ-অভিমান — [ উপন্যাস ]
মেৰীয়ান — [ উপন্যাস ]
যোগ-বিয়োগ — [ নাটক ]

## ★ অলপতে ওলাব ★

ঐক্যতান — [ উপন্যাস ]
অনামি স্বপ্ন — [ ছুটি গল্প ]

## পোৱা ঠাই—

**নিউ বুক ষ্টল** ঃ গুৱাহাটী।
**মোহাম্মদীয়া পুস্তকালয়** : ধুবুৰী।
**চপলা বুক ষ্টল** : শ্বিলং।

যি বোৰ বন্ধু-বান্ধৱীৰ উদ্গনিত অনুপ্ৰাণিত হৈ সাহিত্য সেৱাত আগ বাঢ়িছো, সেই বোৰ বন্ধু-বান্ধৱীৰ প্ৰেৰণাতেই আজি মোৰ এই 'ব্যৰ্থ-অভিমান' আপোনাৰ হাতত উঠিল। আপোনাৰ মৰম আৰু শুভেচ্ছা পালেই শ্ৰম সাৰ্থক হব।

প্ৰিয় বন্ধু শ্ৰীযুত জগত চন্দ্ৰ বৰা দেৱে বেটুপাত খন আঁকি দি কিতাপ খনৰ সৌন্দৰ্য্য বঢ়োৱাৰ বাবে মই কৃতজ্ঞতা স্বীকাৰ কৰিলো।

ডিষ্ট্ৰিক্ট লাইব্ৰেৰী
ধুবুৰী ঃ ১৯৬৪ } **বীৰেন্দ্ৰ চন্দ্ৰ দাস**

# ব্যর্থ-অভিমান

## [ ১ ]

আৰতি !

দেউতা গৈছোঁ ।

আৰতি আৰ্চীখনৰ ওচৰত থিয় হৈ আবেলিৰ প্ৰসাধনৰ কামখিনি শেষ কৰিছে । তেতিয়া বাকী আছে মাত্ৰ লিপ্‌ষ্টিকৰ কাম । শেষ কৰি আকৌ এবাৰ চালে । মুখখন যেনে কোমল, চকুযোৰত তেনে চপলতা । এনেয়ে যৌৱনা-দীপ্তা । তাতে আকৌ আবেলিৰ হেলনীয়া বেলিটিৰ ৰক্তিম কিৰণৰাজিৰ চুম্বন পৰিছে তাইৰ গাল দুখনিত ।

মিঃ চৌধুৰী, এম, এ, বি, এল। প্ৰখ্যাত উকিল। চহৰখনত বেচ নাম আছে। টকাই পইচাই, ধনে দৌলতে তেওঁৰ ঘৰত অচলা লক্ষ্মীৰ বাস বুলি কব পাৰি। তেওঁৰ একমাত্ৰ ছোৱালী আৰতি। বৰ মৰমৰ ছোৱালী তাই। লাহ-বিলাহত উমলি জামলি যৌৱনত ভৰি দিছে। তাই তৃতীয় বাৰ্ষিক কলাৰ ছাত্ৰী। পঢ়াশুনা শেষ কৰি আজৰি সময় কণ তাই বান্ধৱীবোৰৰ লগত ফুৰা চকাত ব্যস্ত। এয়া তাইৰ স্বভাৱত পৰিণত হৈছে। তাইৰ আবেলিৰ কামখিনিশেষ কৰি জপিয়াই জপিয়াই দেউতাকৰ ওচৰত আহি থিয় হৈ মৰমসনা চাৱনিৰে দেউতাকৰ পিনে এবাৰ চাই মাত দিলে।

ডাডি!

আহিছা?

ওঁ।

অলপ বহঁাচোন।

নাই ডাডি, এতিয়া সময় নহব।

অলপ···।

উহুঁ······। সময় হৈ গৈছে। মোৰ কাৰণে ছাগে অৰ্পণাহঁতে অপেক্ষা কৰি আছে।

হাতৰ ঘড়ীটোলৈ চাই······। অহ! মাই গড্।



ডাডি?

তেওঁ তাইৰ পিনে চায়।

গুড বাই······।

কথাষাৰ কৈ ওলাই আহিল। এনেতে আৰতিৰ মাক আহিল।

মহা বিপদ।

কি হৈছে?

কি আৰু হ'ব। তোমাৰ ছোৱালীক লৈ মই ভাগৰিছো। তাইৰ সময় নাই। মোৰ লগত কথা পাতিবলৈ তাইৰ সময় নাই।

এনেটি হৈছে, কি আৰু কম।

ইস্‌ আপুনি দেখোন ঢেৰ বলকিছে?

বলকা নাই অ'। মই আজিয়ে কব খুজিছিলোঁ।

তেওঁৰ কথাষাৰ শুনি আৰতিৰ মাকে তেওঁৰ ওচৰত থকা চকি খনত বহিল।

কব নোৱাৰোঁ তাইক মান্তি কৰাব পাৰিনে নাই।

কি কৈছা?

তাইক মত কৰোৱা অলপ টান হব যেন লাগে।

এৰা······।

মই এদিন কবলৈ চেষ্টা কৰিছিলো।

তাই দেখোন ফালৰি কাটিলে।

কেনেকৈ ?

মোৰ দেউতা উকিল, মোমাইদেউ উকিল, ককাইদেউ উকিল…… ।

কথাষাৰ কৈ তেওঁ মুখ বন্ধ কৰি ওলাই গ'ল।

এৰা, অজয় লৰা জনৰ ফিউচাৰ খুব ভাল।

সেই বাবেহে আপুনি তাৰ লগত টকা খৰচ কৰিছে।

ওঁ……… ।

আজি কালিৰ যিহে ছোৱালী। কব নোৱাৰোঁ টকা কেইটা এনেয়ে পানীত পেলোৱা হয় নেকি।

এহ্। কোন ছোৱালীয়েনো আগেয়ে কয়, মই অমুকৰ লগত বিয়াত বহিম…… ।

নকয়। কিন্তু…… ।

কিন্তু আকৌ কি ? আপোনাৰ ছোৱালী এলাপেচা বিধৰ নহয়। যমক মান্তি কৰাব পাৰি, কিন্তু তাই যদি এবাৰ নহব বুলি কলে তেন্তে আৰু নাই।

বাৰু, তাইক এবাৰ তুমি বুজাবলৈ চেষ্টা কৰি চাবাচো'ন।

আহক ভিতৰলৈ।

দুয়ো ভিতৰ কোঠালৈ আগবাঢ়ে।

ইপিনে অজয়হঁতৰ ল' ফাইনাল পৰীক্ষাৰ ৰিজাল্ট



ওলাইছে। কাকতখন দেখি সি উলাহতে ঘৰলৈ দৌৰি গৈ চিঞৰি চিঞৰি মাত লগালে— দেউতা ? দেউতা ?

খৰকৈ লৰমাৰি যোৱাৰ ফলত তাৰ কথাবোৰ স্পষ্টকৈ ওলাব পৰা নাই। সি ধৰফৰকৈ চিঞৰি মাত লগোৱাত দেউতাকে আচৰিত হৈ কলে— । কি হৈছে বোপা ?

দেউতা। আজি আমাৰ ৰিজাল্ট দিছে।

ওঁ।

দেউতা ? আজিৰ পৰা তোমাৰ লৰা শ্ৰীঅজয়, এম, এ, এল, এল, বি।

তেওঁ কথাষাৰত মৌ বৰষা যেন পাই ওপৰৰ পিনে চাই কব ধৰিলে— ভগবান ! ধন্য তুমি।

এৰা। এৰা। কলৈ গৈছা ?

তেওঁৰ চিঞৰ শুনি অজয়ৰ মাক দৌৰি ওলাই আহি মাত লগালে— কি হ'ল ?

মা ! মা !!

কি হ'ল ?

মা মই পাচ কৰিছো।

বোপা মোৰ,— তেওঁ তাক আকোৱালি ধৰে।

মা, মই এতিয়া অলপ ফুৰি আহোঁ।

ইস্ ৰচোন বোপাই। কথাষাৰ শুনি সি লৰালৰিকৈ

ওলাই গ'ল । বোধকৰো বন্ধু বান্ধৱীহঁতক সাক্ষাৎ কৰিবলৈ ।

দেখিছা ? মই কৈছো নহয় অজয় নিশ্চয় কৃতকার্য্য হ'ব ।

ভগবানে মোৰ বোপাক মঙ্গল কৰক ।

অকল মঙ্গলেই নহয় !

তেন্তে······ ?

লগতে পৰিণয়······ ?

কথাষাৰ শুনি তেওঁ অলপ লাজ পোৱাৰ দৰে হ'ল । লগে লগে মাত লগালে— ।

আ-পু-নি !



[ ২ ]

আবেলি সূৰ্য্যদেৱে ৰক্তিম আভা ছটিয়াই দিছে ৰঙা, নীলা, সেউজীয়া ফুলবোৰৰ ওপৰত । সিপিনে আৱৰৰ পৰা অহা বতাহৰ পৰশ পাই ফুল গছ বোৰ লাজত হালি জালি নাচিব লাগিছে । মনলৈ আনি দিছে ৱৰ্ডচৱাৰ্থৰ ডেফডিলচ্‌ৰ দৃশ্যৰাজি ।

অৰ্পণা আৰু আৰতি । দুয়ো বেঞ্চখনত বহি কথা পাতি আছে । সমুখত ফটফটীয়া পানীৰ পুষ্কৰিণীখন । দুয়োৰে ছাঁ-যোৰ বুকুত প্ৰতিবিম্বিত কৰি গৰ্ব্বিতা তাই ।

পদুমৰ পাহিবোৰ তাত নৃত্য কৰিছে । অৰ্পণা আৰু আৰতিৰ ছাঁ-যোৰৰ মাজত হঠাৎ কৰবাৰ পৰা অইন এটি ছাঁ আহি সোমাল । অৰ্পণাই ঘূৰি চালে পিছফালে । তাই উচাপি উঠিল । অজয়ে হাস্যবদনে তাত থিয় হৈ আছে । এনেতে তাই মাত লগালে— কোন অ' ?

ক'-তা ?

সেইয়া দেখা নাই নে ?

কোন ? অ' অজয় দা দেখোন ?

ওঁ ।

বাহ্‌ৰে মনে মনে আছে কিয় ?

ক'তা এইয়া মাত্র আহি পাইছোহি ।

আহক ।

বেঞ্চখনলৈ দেখুৱাই কয়— বহক ?

অৰ্পণাই আচৰিত হৈ এবাৰ চায় ।

এৰা, মই যাওঁ ।

কলৈ ?

ঘৰলৈ ।

কিয় ?

ওঁ ! তেখেত আহিছেই নহয় ।

ধেৎ ! তেওঁ মোৰ ককাইদেউ হয় ।



ওঁ । বুজিছোঁ ।

তেন্তে ? উঠিলা দেখোন ?

অৰ্পণাই লাহে লাহে লাজৰ ভঙ্গীত আৰতিৰ কাণে কাণে কয়— তোমাৰ দাদা আছে নহয় ?

তাইৰ কথাৰ সুৰ, মুখৰ ভঙ্গী দেখি তাই অকণমান মিচিকিয়ায় । তাই ছাগে লাহে লাহে খোজ দিবলৈ আৰম্ভ কৰে ।

ওঁ । পিচত দেখা হব ।

বা-ৰু ।

ইপিনে অজয়ৰ ফালে এবাৰ চাই তাই মাত লগালে— এৰা অজয়দা থিয় হৈ ৰ'ল দেখোন ।

বহক ?

ওঁ । পিচে তোমাৰ বান্ধৱী গুচি গ'ল দেখোন ?

হয় ।

কিয় ?

তাইৰ হেনো লাজ লাগে ।

অহ্‌ ! হাঃ ! হাঃ ! হাঃ ।

সি তাইৰ ওচৰতে বহিল । তাইৰ পিনে এবাৰ চাই আকৌ হাঁহিলে ।

হাঁহিছে দেখোন ?

ওঁ। আৰতি এটা সুখবৰ আনিছো।

কি সুখবৰ? কওঁকনা??

আমাৰ ৰিজাল্ট আউট হৈছে।

অহ। আপুনি পাচ কৰিছে?

ওঁ।

বাহৰে। উঠক তেন্তে।

কিয়?

উঠক ঘৰলৈ যাব লাগে। দেউতা-মাক বাতৰিটো জনাব লাগে। আৰু—।

আৰু কি?

আপোনাৰ মিষ্টিমুখ কৰিব লাগে নহয়।

ৰ'বা! অলপ বঁহাচোন।

উহুঁ। একমিনিটো পলম কৰিব নোৱাৰোঁ। উঠক। ৰ'লক।

তাইৰ কথা উপেক্ষা কৰিব নোৱাৰি সি উঠিল। দুয়ো খবৰকৈ খোজ দিলে ঘৰ অভিমুখে।

তাই ড্ৰইং ৰুমেদি সোমাই চিঞৰি চিঞৰি মাকক মাতিলে। মা! মা!

তাইৰ চিঞৰ শুনি মাকে লৰালৰিকৈ আহি প্ৰশ্নৰ সুৰত কলে— কিয় চিঞৰিছা?



মা! মা চোৱাচোন কোন আহিছে?

কোন?

অজয়দা।

অহ্। বোপা?

হয় মাহীদেউ! মানে, মই পাচ কৰিছো।

বোপা, মোৰ সোণ। ভগবানে তোমাৰ মঙ্গল কৰক।

ইস্ মা। অজয়দাক এতিয়াও বহিবলৈ কোৱা নাই। অজয়দা? আহক? আজি মই আপোনাক চাহ বনাই খুৱাম।

কথাষাৰ কৈ তাই কোঠাৰ পৰা ওলাই আহিল। এনেতে আৰতিৰ মাকে হেঃ হেঃ কৈ হাঁহি মাত লগালে— পাগলি। দেখিছা নহয় বোপা, তাইৰ সেই কোমল মনটিৰ অলপো পৰিবৰ্ত্তন হৈছে জানো?

হব মাহীদেউ!

এৰা, বহা বোপা, থিয় হৈ আছা কিয়?

অজয় চকী খনত বহিল। অলপ পিছতেই আৰতিয়ে চাহ মিঠাই লৈ আহিল।

অজয়ক মিঠাইৰ প্লেট আগবঢ়াই মাকৰ ফালেও প্লেট এখন দিয়ে।

মাকে প্লেটখন দেখি মাত লগালে—।

বাহৱে্। অজয়দাই পাচ কৰিছে। আজি আটায়ে মিঠাই খাব লাগে।

এনেতে আৰতিৰ দেউতাক আহে। তেওঁক অহা দেখি আৰতিয়ে মাত লগালে—। ডাডি ?

এৰা, অজয় দেখোন ?

হয়।

ডাডি !

কি হ'ল ?

অজয়দা পাচ কৰিছে।

গুড্।

এনেতে আৰতিয়ে দেউতাকলৈ এখন মিঠাই প্লেট আগবঢ়ায়।

এইয়া লওক ?

মিঠাই দেখোন ?

হয়। অজয়দাৰ পাচ কৰাৰ মিঠাই।

অহ্ Thanks.

চাৰিওজনে মিঠাই খোৱা আৰম্ভ কৰে। এনেতে আৰতিৰ দেউতাকে অজয়ৰ পিনে চাই মাত লগালে, বোপা ?

কওক।



এতিয়া— ?

প্ৰেক্‌টিচ্ আৰম্ভ কৰিব খোজোঁ।

ওঁ বোপা ভাল হব। কিতাপ মোৰ অফিচৰ পৰা লৈ ষ্টাডি কৰিব পাৰিবা। You know my office is a library is n't my boy ?

ওঁ।

ইতিমধ্যে আৰতিয়ে তামোল আনি দিয়ে। অজয়ে তামোল এখন মুখত ভৰাই লৈ থিয় হৈ মাত লগায়—।

মহাদেউ ?

ওঁ বোপা।

সি ওলাই যাব খোজে। এনেতে আৰতি থিয় হয়।

ডাডি !

ওঁ।

তেন্তে মইও— ? আকৌ আহিম।

হেঃ। হেঃ। হেঃ। পাগলি— !

দুয়ো ওলাই গ'ল। ওলাই যোৱাৰ পাছত আৰতিৰ দেউতাকে গৰ্ব্বিত দৃষ্টিত চাই মাত লগালে—

দেখিছা— ?

ওঁ।

তুমি দেখোন কৈছিলা, তাইৰ মত নাই। এতিয়া— ?

মই ঠিক বুজিব পৰা নাই।

মই কিন্তু সকলো বুজিছোঁ। তুয়ো তুয়োকে পাবলৈ বিচাৰে। বুজিছা— ? মাকজনী হৈ ছোৱালীৰ মন বুজিব নোৱাৰিলে কেনেকৈ হব ? হাঃ ! হাঃ ! হাঃ ! Hop´eless mother.

মোৰ বিশ্বাস খুব কম।

অহ্ ! ইয়াতকৈ আৰু জানিব খোজা ? বিয়াৰ আগতে তোমাৰ লগত জানো মই ইমান সুযোগ পাইছিলোঁ ?

ইস্। কিহৰ ?

এৰা পাহৰি গৈছা ? ভাবি চোঁৱাচোʼন পঁচিশ্ বছৰৰ আগতে যেতিয়া তোমাক চাবলৈ গৈছিলোঁ।

তেওঁ কথাষাৰ শুনি বুজি পালে। অৰ্দ্ধ শুষ্ক গাল দুখন যেন অলপ ৰঙচুৱা হৈ উঠিল। মুখৰ খহি পৰা ওৰণিখন সংযত কৰি লৈ লাজৰ সুৰত কলে—

আপুনিও আ···ৰু··· ?

বাৰু মই এতিয়াই অজয়ৰ দেউতাকক ফোণত মাতোঁ। সকলো কথাও কওঁ।

চাব দেই, দূৰৰ পৰ্ব্বত এনেয়ে ধুনীয়া দেখি।

Excuse me, Your honour ! ওচৰত গʼলেও শুৱনি দেখিম।



বাৰু।

তেওঁ এখোজ দুখোজকৈ ফোণৰ ওচৰলৈ গৈ ৰিচিভাৰটি ধৰে।

Hallow ?

ওঁ।

ওঁ।

নোৱাৰে ?

পাৰিব ? তেন্তে আজিয়েই সাত বজাৰ পিছত আহিব। মই আপোনাৰ বাবে আপেক্ষা কৰি থাকিম।

ওঁ। ওঁ Thanks ! But remember the time. Yes ! Yes ! O. K.

তেওঁ ভালকৈ শুনিব আৰম্ভ কৰে।

ওঁ। ওঁ। আপুনি একো নেভাবিব। মই Sure, বোধকৰোঁ হব যেন লাগে।

শুভস্য শীঘ্ৰম।

ওঁ। ওঁ। বাৰু ! Thank you.

ফোণটো থৈ মাত লগালে— এৰা শুনিছা ?

কি হʼল ?

অজয়ৰ দেউতাকে শুনি খুব ভাল পালে। তেওঁ অথনিকৈ আহিব বুলি কʼলে। অলপ ভালকৈ খোৱাৰ

arrange কৰা। মনত ৰাখিবা, আমি ছোৱালীৰ পক্ষ।

বাৰু।

কথাষাৰ কৈ তেওঁ ওলাই গ'ল। ইপিনে অজয়ৰ দেউতাক বিস্মাত উঠি আৱতি হঁতৰ ঘৰৰ ফালে আগবাঢ়ে।

* * * *

সিপিনে লেকৰ পাৰত— ! ফুলনিৰ মাজত অজয়ে আৰতিৰ পিনে চাই মাত লগালে— আৰতি ?

কওক ?

মন দি শুনিবাতো ?

কাণেদি শুনিম— ! মনেদি বিচাৰ কৰিম।

নহয়, বিবেকেদি বিচাৰ কৰিবা !

অহ্ Sorry.

Thank you.

কথাষাৰ কৈ অজয়ে আৰতিৰ গালত আঙুলিৰে পিটিকি দিলে। ৰক্তজবাৰ দৰে ৰঙা গাল খনিৰ অৱশ্যে পৰিবৰ্ত্তন একো নহ'ল।

আৰতি ?

কওক ?

তুমি মোৰ বিষয় কি ভাবা ?

উপন্যাসৰ চৰিত্ৰৰ দৰে নিশ্চয় নেভাবোঁ।



কবিত্ব বা সাহিত্যৰ প্ৰভাৱ মোৰ গাত নাই। গতিকে সহজ কৰি কবা দেই।

সঁচায় কৈছোঁ নহয়। আপোনাক মই উপন্যাসৰ সৃষ্টি বুলি নাভাবোঁ।

তেন্তে··· ?

দাদা ! দাদা বুলি ভাবোঁ।

আৰতি ! দীঘল হুমুনিয়াহ কাঢ়ে।

আপুনি ?

সঁচা আৰতি। মোৰ কথাষাৰ তুমি কৈ দিলা।

কিন্তু দেউতা, মা, তেওঁলোকৰ কথা— ?

আপোনাৰ দেউতাক আপুনি বুজাব। মই মাক already কৈছোঁ। দেউতাকো কম— ।

তোমাৰ দেউতাই দেখোন মোৰ লগত যথেষ্ট টকা খৰচ কৰিলে।

তেওঁৰ নিজৰ ল'ৰা থাকিলে নকৰিলেহেঁতেন ?

আৰতি ?

ওঁ। যদি মোৰ এজন ককাইদেউ থাকিলেহেঁতেন, তেন্তে তেওঁক জানো নপঢ়ালেহেঁতেন ?

সঁচাকৈ আৰতি !

কওক— ?

তুমিয়েই উপন্যাসৰ সৃষ্টি। তুমি বাস্তৱৰ আৰতি। তুমি দেৱী।

অজয় দা ?

আৰতি !

অজয়ে তাইক বুকুৰ মাজত সাবটি লয়।

সঁচাকৈ আৰতি। তোমাৰ নিচিনা এহেজাৰ আৰতি আমাৰ দেশত উপজিলে তেজৰ সম্বন্ধ নেথাকিলেও ভাতৃত্বৰ জোৱাৰ দেশত আহি গ'লহেঁতেন।

সি তাইক বুকুৰ মাজৰ পৰা এৰি দিয়ে। আৰতিৰ উমে অজয়ৰ বুকুখন গৰম কৰি তোলে।

অজয়দা ?

কোৱা।

আপুনি মোৰ পছন্দ মতে বিয়াখন কৰিব জানো ?

নিশ্চয় আৰতি। তুমি যিদৰে কোৱা মই সেইদৰেই কৰিম।

বাৰু।

মই তোমাক কিয় ভালপাওঁ জানা ?

কিয় ?

অজয়ৰ চকুযোৰ লাহে লাহে ৰঙা পৰে। যেন এইমাত্ৰ ৰেটিনাৰ বুকুফালি চকুলোবোৰ পাৰ ভাঙি



বাগৰি আহিব। কম্পিত কণ্ঠেৰে কলে— এজনী ভণ্টীৰ অভাৱ মই কেচুৱাৰে পৰাই অনুভৱ কৰি আহিছোঁ। সেইবাবেই ভনীটিৰ মৰমেৰে তোমাক বুৱাই ৰাখিবলৈ ইচ্ছা হয়।

আৰতিয়ে মাত্ৰ এটা দীঘল হুমুনিয়াহ কাঢ়ে। আৰু কয়— মই ?

এৰা আৰতি, এজনী গাভৰু ছোৱালীক এজন ডেকাই অকল প্ৰেমিকা বুলিহে ভাল পাব পাৰেনে ?

দিওঁতাজনে নাৰীক অকল প্ৰিয়া হবলৈহে শক্তি দিছে ? মা বা ভনী হবলৈ দিয়া নাই জানো ?

নিশ্চয় দিছে। আৰতিকো নিশ্চয় দিছে। এনেতে আৰতিয়ে মাত লগালে— ব'লক যাওঁ তেন্তে ?

দুয়ো উঠি আহিল। আৰতিক অজয়ে সিহঁতৰ ঘৰৰ ওচৰলৈকে আগবঢ়াই থৈ, ঘৰলৈ ৰাওনা হ'ল।

* * *

ইপিনে ড্ৰইং ৰুমত অজয়ৰ দেউতাকৰ লগত আৰতিৰ দেউতাক দুয়ো দুখন চকীত বহিছে। মাজতে টেবিল এখন। টেবিলত চাহৰ কাপ প্লেট দুযোৰ। মিঠাইৰ প্লেট কেই খনমান। তামোলৰ বটা এখন। ইত্যাদি। ওপৰত বিজুলী ফেনখন চলিছে। আৰতিয়ে দৃশ্যটো দেখি মূৰ

ঘূৰোৱা যেন পালে। এনেতে অজয়ৰ দেউতাকে ক'লে—বুজিছে চৌধুৰী ডাঙৰীয়া, মোৰ কোনো আপত্তি নাই।

ওঁ। আপোনাৰ কথাই ফাইনাল।

উহুঁ...।

কি কৈছে আপুনি ?

মোৰ কথাই ফাইনাল হ'ব নোৱাৰে।

তেন্তে ?

আপোনাৰ ছোৱালীক ভালকৈ সুধি চাই কিবা এটা সিদ্ধান্ত লবদে—।

এৰা, আপুনি নেজানে......।

কি নেজানোঁ মই ?

আপুনি একোৱেই নেজানে। অজয় আৰু আৰতি কিমান খিনি মিলি জুলি ফুৰিছে।

এৰা......।

ৰিজাল্ট ওলোৱাৰ লগে লগে কি হ'ল জানে ?

কি হ'ল ?

অজয় আৰু আৰতি দুয়ো আহি হাজিৰ। আৰতিয়ে আকৌ মিঠাই খুৱালে।

হয় নেকি ?

হয়।



বৰ আচৰিত কথা।

একো আচৰিত নহয়। আপুনি একো চিন্তা নকৰিব। এনেদিন হয়তো আহিব, যেতিয়া আপুনি বা মই পিঠি দিলেও সিহঁতৰ বিয়াখন অনায়াসে হৈ যাব।

ভাল। আপোনাৰ কথাকেইষাৰ শুনি মই বৰ সন্তোষ পালো। এ-নকুৱা হোৱাই ভাল। মোৰ অজয় বৰ জ্ঞানী ল'ৰা নহয়। সি জানে, মই আপোনাৰ মতলে মত দিম বুলি।

ইপিনে আৰতি, বেৰৰ কোণত থিয় হৈ কাণ পাতি শুনি আচৰিত হয়।

সৰ্ব্বনাশ। এতিয়া ? নাই মনে মনে থাকিলে মুছকিল হব।

তাই লাহেকৈ ওলাই আহে। এখোজ দুখোজকৈ গৈ অজয়ৰ ঘৰৰ আগ পায়গৈ। বাৰাণ্ডাত থিয় হৈ তাই দুৱাৰত টকৰিয়ায়। অজয় দুৱাৰ খুলি ওলাই আহে। আৰতিক দেখি উচপ খাই উঠে।

আৰতি ? তুমি ইমান ৰাতি...... ?

সৰ্ব্বনাশ !

কি হ'ল ? আহাচো'ন ভিতৰলৈ। বহাচো'ন।

নবহোঁ। পলম কৰিলে বিপদ।

কিয় ? কি হ'ল কোন্না ?

আপোনাৰ দেউতাই সকলো ঠিক কৰি পেলালে ।

দেউতাই ?

ওঁ ।

তেওঁ তেন্তে তোমালোকৰ ঘৰলৈ গৈছে ?

হয় । অকল হোৱাই নহয়, সকলো ঠিক কৰিও পেলাইছে ।

কি ? বিয়া ?

হয় ।

কাৰ বিয়া ?

ইস্ মহাদেৱৰ ভক্ত হৈ মহাদেৱৰ দৰে বহি থাকিলে সকলো জানি পাব ।

তোমাৰ ?

মোৰ ।

ওঁ, কাৰ লগত ?

তাই নিজেকে দেখুৱাই দি কলে— এইজনীৰ লগত ।

সি সেপ ঢুকি...... । এতিয়া ?

আপুনি কিবা এটা কৰক । নহলে...... ।

নহলে— ?

ওঁ । বিয়াৰ চানাই সাজু ।



কবকে নোৱাৰেঁ।, দেউতাৰ মূৰত কি সোমাইছে ।

আৰতিয়ে নিজৰ মূৰত আঙুলিটোৰে টকৰিয়ায় ।

উহুঁ ?

ৰ'বা । অধৈৰ্য্য নহবা । কিবা এটা উপায় উলিয়াবই লাগিব ।

অজয়দা ?

হুঁ ।

কথাবোৰ বেচ্ অস্বাভাৱিক যেন লাগিছে নহয় ?

ঔপন্যাসিকৰ মতে অস্বাভাৱিক হ'ব পাৰে, কিন্তু···

কিন্তু কি কওক ?

মোৰ মতে বাস্তৱিকতে অস্বাভাৱিক নহয় ।

কিন্তু মানুহে জানো পতিয়াব ?

মানুহে নপতিয়ালে বুলিয়েই জানো আমাৰ দৃঢ় বিশ্বাসৰ তোৰণ ভাঙ্গি যাব ?

কেতিয়াও নাযায় । বৰং বেছিহে দৃঢ় হব ।

ক'ব নোৱাৰেঁ। ।

বাৰু ব'লা ।

কলৈ ?

বাহৰে্ কিমান ৰাতি হৈছে জানা ?

অহ্, দহ বাজেহিয়েই দেখোন ।

বাৰু ব'লা তোমাক থৈ আহোঁগৈ।

এটা কাম কৰিব নোৱাৰে ?

কি ?

বেচ্ এটা অভিনয় হ'ব অৱশ্যে।

কেনেকৈ ?

আপুনি কালিলৈ আবেলি আমাৰ ঘৰলৈ যাব! ঠিক পাঁচ বজাত। দেউতা আৰু মাৰ আগত আপোনাক মই কেই আষাৰমান কঢ়া কথা কম।

আৰু মই— ?

আপুনি অপমান হোৱাৰ ভাৱ কৰি মনে মনে একো নকৈ গুছি আহিব।

উহুঁ।

তেন্তে ?

এনেকুৱা কৰিলে দেউতাৰাই তোমাক ভীষণভাৱে বলকিব।

মহা বিপদ।

আৰতি ?

কওক।

সঁচাকৈ মই কোনো আদর্শ দেখুৱাব খোজা নাই। তথাপিও তোমাক ভনীৰ বাহিৰে আন একো ভাবিবৰ



প্ৰগল্ভতা মোৰ নাই।

ময়োতো ভাবিব নোৱাৰোঁ।

তেন্তে ইখন অভিনয় কিহৰ ?

অভিনয় নহয়। ই বাস্তৱ। বাৰু ব'লা তোমাক থৈ আহোঁ।

পিচে ?

দেউতাই নিশ্চয় মোক কব।

ওঁ।

কোৱাৰ লগে লগে অলপ বুদ্ধি কৰি আপত্তিৰ ভাৱ দেখুৱাম।

যদি নেমানে— ?

ভাই ভনীৰ ভালপোৱাতকৈ নাৰী-পুৰুষৰ ভালপোৱা শ্ৰেয়ঃ হব নোৱাৰে।

ব'লা—।

বলক।

দুয়ো ওলাই আহিল। ইফালে অজয়ৰ দেউতাকে সিখন দুৱাৰেদি আহি ঘৰত সোমাল।

অলপ পিছতে অজয়ে আৰতিক থৈ আহি ঘৰত সোমায়। এনেতে দেউতাকে মাত লগায়।

বোপা ?

দেউতা !

ইপিনে অঁাহা ।

সি দেউতাকৰ ওচৰ চাপে

তেওঁ তাক বহিবলৈ ইঙ্গিত দি কলে—

কলৈ গৈছিলা ?

আৰতি হঁতৰ ঘৰলৈ ।

ময়ো দেখোন তাৰ পৰাই আহিলোঁ । ওঁ বোপা, পিছে তোমাৰ মত কি ?

কিহৰ ?

আৰতিহঁতৰ ঘৰৰ লগত মিতিৰ পাতিব খোঁজো ।

এনেয়ে দেখোন মিতিৰ হৈছে ।

কেনেকৈ ?

আৰতিৰ দেউতাকে মোৰ বাবে কিমান টকা খৰছ কৰিলে ।

তাৰে এতিয়া প্ৰতিদান দিব লাগে ।

ছোৱালী বিয়া কৰি ?

ওঁ । বোপা, তোমাকনো কি কম ? তুমি নিজে সকলো জানা ।

তেওঁৰ চকুযোৰ তিতি যোৱা যেন লাগিল ।

দেউতা— ?



কোঁৱা ?

মই নোৱাৰিম ।

কি কৈছা ?

হয় নোৱাৰোঁ ।

অজয়— ?

দেউতা— ?

তুমি জানা, মই কিমান দূৰ আগবাঢ়িছোঁ ?

দেউতা ।

তেওঁ অজয়ৰ পিনে চকু ঘোপা কৰি চায় ।

যিজনীক ভনী বুলি গ্ৰহণ কৰিছোঁ তাইক...... ।

তুমি ইবিলাক কি কৈছা— ?

হয়, মই যি কৈছোঁ সেয়ে । তাৰ কোনো পৰিবৰ্ত্তন নহয় ।

অজয় ?

সি তেওঁৰ পিনে করুণ দৃষ্টিত চায় ।

যদি তোমাৰ বিয়া হয় তেনেহলে চৌধুৰী উকিলৰ ছোৱালী আৰতিৰ লগতে হব লাগিব ।

কেতিয়াও হব নোৱাৰে দেউতা ।

কি ?

হয় ।

তেওঁ খঙত অগ্নি শৰ্ম্মা হয়। দাঁত কামোৰি কোঁৱা আৰম্ভ কৰে!

অৱশ্যে সঁচা। মোৰেই ভুল হৈছে। আজি মোৰ তোমাৰ ওপৰত কোনো অধিকাৰ নাই। কাৰণ তুমি ডাঙৰ হৈছা। তোমাৰ বুজিবলৈ শক্তি হৈছে। যদি নহয়, নাই। মোৰ আপত্তি নাই। কিন্তু মোৰ মনত সঁচাকৈয়ে দুখ লাগিব। যি দুখ হয়তো অন্তিমতো নাপাহৰিম।

দেউতা, আপুনি ভুল বুজে কিয়?

স্বজ্ঞানে মই কেতিয়াও বাক্য লঙ্ঘন কৰা নাছিলোঁ। আজি কিন্তু কৰিলোঁ। তুমি য'তে যি ইচ্ছা তাকে কৰা। মোৰ আপত্তি নাই। যদি সঁচাকৈ মোৰ সন্তান হোৱা, তেন্তে তুমি আৰতিৰ দেউতাকৰ টকা খিনি পাই পাই কৰি হ'লেও ওভোতাই দিবা। মই জানো তুমি মোৰ বাক্য লঙ্ঘন কৰিবলৈ চেষ্টা কৰা নাই। তুমি কৰিছা অভিমান।

কথাষাৰ শেষ হোৱাৰ লগে লগে তেওঁৰ দুচকুৰেদি দুধাৰি চকুলো বাগৰি আহে। তেওঁৰ মূৰটো ঘূৰাব ধৰে। কাণ দুখনত যেন সোঁ সোঁ কৈ কিহবাৰ শব্দ হয়। ভৰিৰ তলৰ পৃথিবীখন যেন কঁপি উঠে। তেওঁৰ দেহাটো থৰ্ থৰ্ কৈ কঁপিব ধৰে। তেওঁ এবাৰ 'অজয়' বুলি মাত লগাই



ঢলি পৰে।

দেউতাকক বাগৰি পৰা দেখি অজয় আচৰিত হয়। তাৰ দেহাৰ নোমবোৰ যেন ডাল ডাল হব ধৰে। ডিঙিটো যেন শুকাই যায়। সি তেওঁক বুকুত সাবটিলৈ 'দেউতা' 'দেউতা' কৰি কান্দিব ধৰে।

---

[ ৩ ]

কিমান পঢ়িম ? কিমান লিখিম ?

ছাত্ৰ জীৱনৰ পৰাই লিখি আহিছোঁ। লিখাৰ শেষ নাই। কিন্তু মই যে লিখিবই লাগিব। পঢ়িবই লাগিব। অকল মানুহৰ বাবেই নহয়, মোৰো যথেষ্ট দায়িত্ব আছে। অহাকালি কেচটোৰ আৰগুমেণ্ট। এজন মানুহৰ জীৱন লৈ খেলা। ই জানো খেলা ? খেলা নহয়।

চেয়াৰ খনৰ পৰা উঠি অজয় আলমাৰিটোৰ ওচৰলৈ গ'ল। ফাইলটো লৈ আলমাৰিটো বন্ধ কৰিলে।



হঠাত তাৰ চকুযোৰ খোলা খিড়িকী খনেদি বাহিৰলৈ গ'ল। আকাশখন ফটফটীয়া। জোনটো এচপৰা পাতল ডাৱৰৰ তলৰ পৰা ওলাইছে। ইপিনে আন এচপৰা পাতল ডাৱৰে জোনটিৰ আন কোণটিত সাবটি ধৰিলে। দুইপিনে দুখন পাতল ওৰণি যেন হ'ল। অজয়ে অপলক নেত্ৰে চাই থাকিল বাহিৰৰ আকাশখনলৈ। —যোৱাকালি মোৰ বিয়া হৈ গ'ল। আজি ? আজি মোৰ ফুল শয্যা। অকল মোৰেই নহয়, কোনোবা এজনীৰো। নাই, যাব লাগে। তাই নিশ্চয় মোৰ বাবে······। এনেতে বেৰত ওলমি থকা ৱাল্-ক্লকটোত টং টং কৈ নটাৰ কোব মাৰে। অজয়ে কোঠাটোৰ পৰা ওলাই যাব খোজোতেই এজন মানুহে দুৱাৰ মুখৰ পৰা তাক নমস্কাৰ জনায়।

নমস্কাৰ উকিল বাবু।

নমস্কাৰ।

ইমান ৰাতি ?

হয়, কালিলৈ মোৰ কেচটো আছে নহয় ?

হয়।

আপোনাৰ লগত মানে······।

ওঁ কি হ'ল······ ?

অলপ সাক্ষাৎ কৰি ফিজৰ টকা কেইটা দি যাওঁ বুলি

আহিলোঁ— ।

বাৰু ! বাৰু ।

মানুহজনে জেপৰ পৰা কেইখন মান নোট উলিয়াই টেবিলৰ ওপৰত থয় । অজয়ে ইতিমধ্যেই চেয়াৰ খনত বহিছে । মূৰৰ ওপৰত বিজুলী ফেন ঘূৰিছে । টকা কেইটা টেবিলত থোৱাৰ লগে লগে উৰি যাব খোজে । অজয়ে টকা কেইটি ড্ৰয়াৰত সুমুৱাই থয় । মানুহজনে কাতৰ কণ্ঠে তাক কয়— মানে আপুনি চাব ।

বাৰু ! বাৰু, আপুনি চিন্তা নকৰিব ।

তেন্তে…… ।

ওঁ, আপুনি যাওক । একো ভয় নাই । আপুনি চিন্তা নকৰিব ।

মানুহজন ওলাই যোৱাৰ পিছত অজয়ে ভিতৰৰ ফালে খোজ লয় ।

ইপিনে মাধৱী ! সুসজ্জিত পালেং খনত অকলে বহি আছে । পিন্ধনত কইনাৰ সাঁজ । পাতল ওৰণি খনেৰে মুখ খন লুকুৱাই ৰাখিছে । এনেতে তাই চটী জোতাৰ শব্দ শুনিবলৈ পালে । বোধকৰো আহিছে । কোন ? যিজনৰ লগত যোৱা ৰাতি তাইক লগণ গাঁঠি বান্ধি দিয়া হৈছিল । তাইৰ বুকুখন ঢপঢপাবলৈ ধৰে । মূৰটো



অকণ মান ঘূৰোৱা যেন পালে ।

কোঠাটোত তাই অকলে । বেচ্ নিৰ্জ্জন । অলপ দূৰৰ পৰা পাতল বতাহৰ চৌৰ লগত এটি ক্ষীণ চানাইৰ কলি কঁপি কঁপি ভাঁহি আহিছে ।

অজয় পোন প্ৰথমে আহি কোঠাটোৰ এটি কোণত অলপ পৰ নিৰৱে থিয় হৈ ৰ'ল । সি অহা বুলি জানিব পাৰি তাইৰ বুকুখন বাৰুকৈয়ে কঁপিব আৰম্ভ কৰিলে । ওৰণিৰ তলত লুকাই থকা মাধৱীৰ মুখখন দেখি সি কিবা কব খুজিলে । কব নোৱাৰিলে । বোধকৰো তাৰো লাজ লাগিল । লাজ কৰিবৰ কথা । কাৰণ জীৱনত কেতিয়াও এনে পৰিস্থিতিৰ সন্মুখীন হোৱা নাই । এয়েই প্ৰথম । প্ৰথমতে লোৱা ভাওটো প্ৰত্যেকৰে পক্ষে অসুবিধা-জনক । তাতে আকৌ ফুলশয্যাৰ নায়কৰ ভূমিকাত সি অৱতীৰ্ণ হব লাগিব । যিবিলাকে সেইভাও লৈছে তেওঁলোকে জানে— , কিমান খিনি মধুৰ ! সি এখোজ দুখোজকৈ গলে, পালেং খনৰ ওচৰ পালে । তাই লাজত ৰঙা পৰি গ'ল । লাহেকৈ তাইৰ ওচৰলৈ গৈ ওৰণিখন অলপ ফাঁক কৰি দিলে ।

সোণবৰণীয়া মুখখন তাৰ আঙুলিৰ পৰশত বাৰুকৈ ৰঙা পৰিল । কপালখনৰ ঠিক সোঁমাজত পূৰ্ণিমাৰ চন্দ্ৰৰ

দৰে সিন্দুৰৰ ফোটাটো। ' কিমান ধুনীয়া তুমি ! কবি সাহিত্যিক হোৱাহলে সঁচাকৈ তোমাকলৈয়ে ৰচিলোহেঁতেন।'

তাই ইতিমধ্যে চকুযোৰ মুদি দিয়ে। ভয়ত নে লাজত ? লাজতে হব পায়—। অৱশ্যে অকণমান ভয়ো নথকা নহয়। নাৰী অন্তৰ। স্বামী গৃহত। ৰাতি। সিও ফুলশয্যাৰ ৰাতি। জীৱনত মাথো এবাৰ আহে। ইয়াক জানো ভয় বা লাজ কৰি হেৰুৱাব পাৰি ? নাই নোৱাৰি। কিন্তু লাজ কৰা নাৰীৰ স্বভাৱ। নাৰীৰ ধৰ্ম্ম। এনেতে অজয়ে মাত লগালে।

মাধৱী !

তাই উচপি উঠিল। উত্তৰ কিন্তু একো নিদিলে। সি তাইৰ ওচৰলৈ গৈ বহিল। সি বহা দেখি তাই অলপ সিপিনে গ'ল।

মাধৱী ! তুমি সঁচাকৈ বৰ ধুনীয়া। মই সঁচাকৈ কোনোবা জন্মত পুণ্য কৰিছিলো। সেই বাবেহে তোমাক পাইছো।

কথাকেইযাৰ শুনি মাধৱীৰ লাজৰ মাত্ৰা বাঢ়িল। অকণমান হাঁহিও উঠিল। কিন্তু হাঁহিবৰ কোনো উপায় নাই। হাঁহিকণ পেটত ভালদৰে বান্ধি ৰাখিলে। এনেতে সি সোঁ হাত খনেৰে গালত আৰু বাওঁহাত খনেৰে কপালত



ধৰিলে। লগে লগে কোৱা আৰম্ভ কৰিলে— মাধৱী !! এবা; অলপমান চোঁৱাচো'ন। অলপ চোঁৱা। মই কণানে কি ? অলপ চোঁৱাচো'ন ? কথাকেইযাৰত আবেগ-তৃষ্ণা ফুটি উঠে। তাইৰ বুকুখন কঁপি উঠিল। চকুযোৰ মেলি দিলে।

চকুযোৰ মেল খোৱাৰ লগে লগে চকুলো বাগৰি আহিল।

অজয়ৰ দৃষ্টিত আচৰিত হোৱাৰ চিন পৰিলক্ষিত হয়।

এবা মাধৱী, কান্দিছা ?

তাই জানো সঁচাকৈ কান্দিছে ? ই জানো দুখৰ অশ্রু ? নে আনন্দত কঁপিলে ভ্ৰূ ?? এনেতে তাই তাৰ পিনে করুণ দৃষ্টিত এবাৰ চালে। তাইৰ দৃষ্টি পৰাৰ লগে লগে অজয়ে শৰবিদ্ধ হৰিণটোৰ দৰে হ'ল। দুই হাতে তাইক সাবটি ধৰিবৰ অভিপ্ৰায়েৰে আগুৱাই গ'ল। গাল দুখনিত লালেকৈ চুমা এটিকৈ আঁকি দিবলৈ ও ইচ্ছা হ'ল।

হেঁপাহ এটিৰ পিছত এটিকৈ আহিব ধৰিলে। কিন্তু কাৰ্য্যত এটিও খটুৱাব নোৱাৰিলে। এনেতে সি আকৌ এবাৰ কৈ উঠিল—। আঁহাচো'ন— ! সোৱা, দেখিছা ? আকাশখন কেনে মেঘমুক্ত হৈছে। জোনবায়ে কি ধুনীয়াকৈ আমাৰ দুয়োৰে পিনে চাই চাই হাঁহিছে। এখোজ

দুখোজকৈ অজয় খিড়িকীখনৰ ফালে আগবাঢ়িল। মাধৱীয়ে তাৰ এইবাৰৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি থিয় হ'ল। এনেতে অজয়ে হাতেৰে ইঙ্গিত দি আৰু এবাৰ কাষলৈ মাতিলে। দুয়ো খিড়িকী খনৰ ওচৰত গৈ থিয় হোৱাৰ লগে লগে চানাইৰ বাজিটো অলপ স্পষ্টকৈ শুনিবলৈ পালে। মাধৱীয়ে এইবাৰ প্ৰশ্ন সূচক দৃষ্টিত এবাৰ চালে। অজয়ৰ মুখত চয়তানি হাঁহিৰ ভাব এটা বিৰিঙি উঠিল। হাঁহি থিনি মুখৰ পৰা মাৰ যাবলৈ নৌ পাওঁতেই মাত লগালে। সেয়া শুনা মালতীৰ বিয়াৰ চানাই বাজিছে। বৰ দুখীয়া ছোৱালী। কপালখন কিন্তু বৰ হিংসালগা। দুখীয়া হলেও বেচ ভাল দৰা এটি পালে।

তাই শুনি গৈ আছে। কোনো প্ৰসঙ্গত এতিয়ালৈকে একো কোঁৱা নাই। তাইক নিৰ্ব্বাক হৈ থকা দেখি প্ৰশ্নৰ সুৰত কলে।

বি, এত কমবিনেচন্ কি কি আছিল ?

এইবাৰ তাই বেচাৰী বিপদত পৰিল। ইমান পৰ কোনোমতে নিৰ্ব্বাক হৈ আছিল যদিও সেই বাট এই প্ৰশ্নটোৰ লগে লগে বন্ধ হৈ গ'ল। উত্তৰ নোপোৱাত আকৌ এবাৰ কলে কমবিনেচন্ কি কি আছিল ?

কথাষাৰ শেষহোৱাৰ লগে লগে তাইৰ পিনে ক্ষুধাৰ্ত্ত



দৃষ্টিৰে চাব আৰম্ভ কৰিলে। ইপিনে তাইৰ ব্ৰত ভঙ্গ হ'ল। তাই মূৰ তল কৰি কলে—

হিষ্ট্ৰি আৰু ইক্‌নমিক্স।

বেচ্। মোৰ কিন্তু ফিলচফী আছিল দেই।

ইপিনে ঘড়ীটোত টং টংকৈ দহটা বাজিল। ঘড়ীৰ শব্দ শুনি তাই লাহে লাহে পালেঙৰ ওচৰ চাপে। তাইৰ বোধকৰো শুবৰ সময় হৈছে। এনেয়ে যোৱাৰাতি টোপনি ক্ষতি হৈ তাই বোধকৰো ক্লান্ত হৈ পৰিছে। তাই পালেঙৰ ওচৰলৈ যোৱা দেখি অজয়ে কলে— এৰা, এতিয়া মুঠেই দহ বাজিছে। মই কেতিয়াবা আইনৰ কিতাপ পঢ়ি থাকোতে ৰাতি দুই বাজি যায়, বুজিছা।

তাই লাহেকৈ বিচনাত বাগৰি পৰে। অজয়ৰ কবলগীয়া বহুতো আছিল। কিন্তু তাইৰ শুনিবলৈ ইচ্ছা নথকাত সকলো সামৰি থলে।

বাহিৰৰ পিনে এবাৰ চাই পঠিয়ালে। জোনটো কেতিয়াবাই মেঘৰ ওৰণি তলত সোমাইছে। এনেতে এজাক মৃদু বতাহ আহিল। সি খিড়িকীখন বন্ধ কৰি দিলে। এখোজ দুখোজকৈ আহি পালেংখনৰ এটি কোণত অকণমান বহিল। কোণটো নিৰ্জ্জন। মাজে মাজে উশাহ নিশ্বাস্ লোৱা শব্দটো অজয়ৰ কাণত পৰিছেহি।

বাহিৰৰ পৰা কিৰ্ কিৰ্ কৈ ক্ষীণ এটি শব্দ হোৱা যেন অনুমান হৈছে। বোধকৰো ই এবিধ পোকৰ শব্দ। এয়া বৰষুণ হোৱাৰ আগজাননী।

সি লাহেকৈ তাইৰ গালত পিটিকি দিলে। তাইৰ গালত অজয়ৰ আঙুলিটো পৰাৰ লগে লগে তাই উচপি উঠিল। নিজকে তাই সাৱধান কৰি ললে।

অজয়ৰ হাঁহি উঠিল। কিন্তু হাঁহিকণ বন্ধ কৰি চুইচটোৰ ওচৰলৈ গৈ অফ্ কৰি দিলে। কোঠাটো আন্ধাৰ হ'ল। সি কোনোমতে খপিয়াই খপিয়াই বিচনাৰ ওচৰলৈ আহি মাধৱীৰ কাষত শুই পৰিল।

ইপিনে তাইৰ বুকুৰ কঁপনি। তাইৰ তেজবোৰ খৰস্রোত গতিৰে প্ৰবাহিত হ'ব ধৰিলে। অজয়ৰ মনত কিন্তু ভীষণ আনন্দ।

ফুলশয্যাৰ নায়ক! যিজন হৈছে তেওঁহে জানে। অলপ পৰ দুয়ো স্থিৰে আছে। খন্তেক পিচত। অজয় টোপনি যোৱাৰ ভাৱ কৰি সোঁহাতখন তাইৰ বুকুৰ ওপৰত তুলি দিলে। হাতখন তাইৰ বুকুত লগাৰ লগে লগে তাইৰ হৃদয় বীণত কম্পন উঠিল। তাইৰ নাকৰ বতাহ তপত হ'ল।

অজয়ৰো বুকুখন কঁপিব ধৰিলে। তাৰ প্ৰত্যেকটো



শিৰায়দি তেজ যেন খৰতৰ গতিত চলিব লাগিছে।

বাহিৰত বতাহ। ওচৰতে থকা কামিনী ফুল জোপাত জাকে জাকে বতাহ লাগি ডালবোৰ নচুৱাব ধৰিছে।

এনেতে সি তাইক সোঁহাত খনৰে বুকুৰ মাজতলৈ সাৱটি ধৰিলে। তাই অতৰ্কিতে 'উঁ' কৈ উঠিল। তাইৰ বুকুখন অজয়ৰ বুকুত লগাৰ লগে লগে অজয়ৰ বুকুখন ঢপ্ ঢপাব ধৰিলে।

ইপিনে মেঘৰ গৰ্জ্জন। বতাহৰ গতিও ক্ষীপ্ৰ হ'ল।

কামিনী গছৰ ফুলবোৰ সৰিব ধৰিলে। হয়তো দুই এক মিনিটৰ পাচতে বৰষুণ দিব।

---

## [ ৪ ]

পিছদিনা। পূব্ আকাশত চিক মিককৈ অৰুণোদয় হৈছে। ফুলণিত ইমানপৰে মৌ-মাখিৰ গুণ্ গুণ্ গানৰ অন্ত পৰিছে।

অজয়ে শুই উঠি খিড়িকীখন খুলি দিলে। চোতাল খনত কামিনী ফুলবোৰ ভৰি আছে। এজাক মৃদু বতাহ খিড়িকী খনেৰে কোঠাটোলৈ সোমাই আহিল।

মাধৱী! আঠুৱাখন ডাঙি পালেংখনৰ পৰা নামি আহি দীঘল হুমুনিয়াহ কাঢ়ে। অজয়ে ব্ৰাচটোৰে দাঁত



ঘঁহি ঘঁহি কোঠাটোৰ পৰা ওলাই আহে।

তাই পোনে পোনে আইনা খনৰ ওচৰলৈ গৈ থিয় দি শিৰৰ সিন্দূৰ্ৰ ফোঁটটো ভালকৈ লৈ কোঠাটোৰ পৰা ওলাই আহিব খোজাত কোনোবা এজনী আহি টাৱেল এখন আৰু ব্ৰাচটো দিয়ে।

ইপিনে অজয়ে ডাইনিং হলত চাহলৈ তাইৰ বাবে অপেক্ষা কৰিছে। অলপ পিছতে তাই গৈ বহে।

অজয়ে কোনোমতে চাহকাপ শেষ কৰি অফিচ ৰুমলৈ আহে। ইয়াত আহি দেখিলে যে কেইবাজনো 'মক্কেল' তাৰ বাবেই ৰৈ আছে। তাই অলপ পিছত অফিচ ৰুমৰ ফালে আহি মানুহ দেখি পুন্ৰ উভটি যায়।

প্ৰায় চাৰে নমান বজাৰ পিছত অজয়ে তাৰ অফিচৰ কাম শেষ কৰি ভিতৰলৈ আহে। মাধৱী তেতিয়া পাক ঘৰত ৰন্ধন কাৰ্য্য পৰিচালনা কৰাত ব্যস্ত।

সি বাথ ৰুমলৈ গৈ গা-পা ধুই ডাইনিং হললৈ গৈ বহে। মাধৱীয়ে ভাতৰ কাঁহীখন টেবুলত আনি দিয়ে। পিছে পিছে ডালিয়ে বাকী বস্তু বিলাক আনি দিয়ে।

এখন কাঁহী দিয়াত অজয়ে মাত লগালে। তুমি… ?

আপুনি আগে খাওক।

অজয়ে তাইৰ হাতত ধৰি বহুৱাব খোজে। ইপিনে

ডালিয়ে আৰু কিবা লৈ আহিব ধৰিছিল। তাইক হাতত ধৰা দেখি ডালিয়ে লাজ পাই উচপ খোৱাৰ দৰে দুৱাৰৰ কোণত লুকাল। মাধৱীয়ে ডালিক দেখি কৈ উঠিল— এই ডালি আহিছে!

অহ্!

শান্ত হৈ অজয়ে ভাত খোৱা আৰম্ভ কৰে। ডালিয়ে আৰু অলপ কিবা আনি দি যায়। খোৱা শেষ হোৱাৰ পিছত তুয়ো ড্ৰেচিং ৰুমলৈ আহে।

ডালিয়ে তামোলৰ বটাটো আনি দিয়ে। অজয়ে তামোল এখন লৈ চোবাব ধৰে। ওচৰতে থকা আলনা খনৰ পৰা মাধৱীয়ে অজয়ৰ পোচাক যোৰ আনি দিয়ে। চার্ট-পেন্ট পিন্ধা হোৱাত তাই কোটটো পিন্ধাই দিয়ে।

অলপ পৰ আয়নাৰ ওচৰত থিয়হৈ তাইৰ পিনে এবাৰ চায়। তাই অজয়ৰ পিনে বাসনাসুলভ দৃষ্টিত চাই থাকে। তাইৰ ওচৰলৈ গৈ দু'হাতে অজয়ে তাইক সাবটি ধৰে। লাহেকৈ কুমলীয়া গাল দুখনিত অজয়ে আলেফুলে এটি চুমা আঁকি দিলে। তাই লাজত অলপ ইতস্ততঃ কৰিলে।

যাওঁ......হঁা।

বাৰু!

কথাষাৰ কওঁতে তাইৰ মুখখন অলপমান শ্যামবৰণীয়া



হ'ল। অজয়ৰ যোৱাৰ ফালে তাই এবাৰ তৃষ্ণিত নয়নে চাই কলে— সোনকালে আহিব দেই......।

সি তাইৰ দিনে অলপ ঘূৰি চাই উত্তৰত কলে— বাৰু— বা—ই— !

তাই ও হাতখন ডাঙ্গি— 'বা—ই' বুলি বিদায় দিলে।

এখোজ দুখোজ কৈ সি বাহিৰলৈ ওলাই আহিল। গেটৰ ওচৰতে থকা ৰিক্সাখনত উঠি কোর্ট লৈ ৰাওনা হ'ল।

ইপিনে মাধৱীয়ে অজয় যোৱাৰ পিনে চাই থাকি যেতিয়া অজয় নেদেখা হ'ল তেতিয়া তায়ো ম্লান বদনে ভিতৰলৈ সোমাল।

মাধৱীয়ে পোনেই বাথৰুমলৈ আহি স্নান কাৰ্য্য সমাপন কৰিব ধৰিলে। গা-ধোৱা শেষ হোৱাত ডালিয়ে সজাই দিয়া ভাতৰ পাতত বহিল। খোৱা শেষ কৰি মাধৱীয়ে বিচনাত বাগৰ দিয়ে।

কেই মিনিটমান তামোল চোবাই চোবাই কিবা চিন্তা কৰি থাকে। এনেতে তাই গম নোপোৱাকৈ কে তয়া টোপনি দেবীয়ে কোলাত তুলি ললে তাই কব নোৱাৰে।

সুখৰ জীৱন। খোৱা, শোৱা, ফুৰা ইথিনিয়েই জীৱনৰ কৰ্ত্তব্য। নৱবিবাহিতা তাই। স্বামী চহৰৰ প্ৰখ্যাত উকিল। এনেয়ে সুখৰ ব্যৱসায়। লক্ষ্মীৰ বৰপুত্ৰ বুলিলেও

অত্যুক্তি কৰা নহয়। তাৰ আকৌ শহুৰে দিয়া উপহাৰৰ টোপোলাটিও কম নহয়।

দেউতাকেই তাইৰ সুখৰ কাৰণেই ইখিনি ত্যাগ স্বীকাৰ কৰিছে। তাই ছাগৈ ইপিনে স্বপ্নত মগ্ন। প্ৰশস্ত যৌৱনদীপ্তা তাই। তাতে পালে পুৰুষৰ পৰশ। নাৰীৰ কামনাসাগৰ পূৰ্ণ হয় স্বামীৰ গৃহত।!! স্বপ্নত তাই দৰ্শকহে।

* * উকিলৰ ঘৈণীয়েক। অলপ আগতে ক'লা ড্ৰেচযোৰ পিন্ধাই কোৰ্টলৈ পঠাই দিছে। স্বপ্নত প্ৰথম দৃশ্যৰ প্ৰাৰম্ভণীতে দেখিলে— অজয় খট্খট্কৈ জোতাৰ শব্দ কৰি মেজিষ্ট্ৰেটৰ ওচৰলৈ আহিছে। বিপৰীত্ পক্ষৰ উকিল থিয় হৈ আছে। কোৰ্টখন বেচ পৰিপাটিকৈ সজোৱা। দৰ্শকৰ চেয়াৰবোৰ ভৰি আছে। কোৰ্টৰ বাহিৰতো লোকে লোকাৰণ্য। বোধকৰো কিবা এটা ডাঙৰ মামলাৰ বিচাৰ।

কাঠ গড়াত এজন মানুহ থিয় হৈ আছে। অজয়ে হাতখন কপাললৈ উঠাই হাকিমৰ পিনে চাই কলে— গুড্ মৰ্ণিং চাৰ!

গুড্ মৰ্ণিং

বিপৰীত্ পক্ষৰ উকিলৰ পিনে এবাৰ চালে। তেওঁ তাৰ পিনে ঘোপাকৈ চালে। সি উত্তৰত করুণ দৃষ্টিপাত



কৰিলে।

অজয় লাহে লাহে কাঠগড়াৰ ওচৰলৈ গৈ থিয় হৈ সেই মানুহজনৰ ফালে মৃদু হাঁহিৰ চাৱনিৰে চালে।

বল্লেনৰ খুন্‌ৰ বিষয় তুমি কি জানা?

সৱ জানো। মই নিজ চকুৰে দেখিছো। তেতিয়া ৰাতি প্ৰায় ১২ টা বাজিছে।

ৰবা, ৰবা, মই যি কওঁ তাৰেই উত্তৰ দিয়া।

ভাল।

খুন্ কৰা তুমি দেখিছা?

হয়।

কিহেৰে খুন্ কৰিলে?

এখন ডেগাৰেৰে।

তেতিয়া কোন কোন আছিল?

কোনো নাছিল। অকল খুনী আৰু মই।

আৰু কোনো নাই?

নাই।

ভালকৈ কোঁৱা?

নাই তাত কোনো নাছিল।

খুন্ তেন্তে তোমাক কৰিছিল?

মানুহজন নিৰ্ব্বাক হ'ল। অজয়ে এই চলতে হাকিমৰ

ফালে চাই কলে—

ইয়ৰ অ'নাৰ নট ইট ।

ইয়েচ প্ৰচিড্ ।

অজয়ে আকৌ মানুহজনৰ পিনে মুখ দি প্ৰশ্নৰ সুৰত কলে—

বাৰু খুন্ যেতিয়া হয় বিধান ক'ত আছিল ?

বাটত বাগৰি আছিল ।

বাৰু ! যেতিয়া সি ডেগাৰখন, মানে ডেগাৰেৰে খুন্ কৰিছিল নহয় ?

হয় ।

যেতিয়া সি ডেগাৰ খন বুকুত সুমুৱাই দিয়ে তেতিয়া চিঞৰিছিলনে ?

এঁ এঁ কৰিছিল ।

এনেতে বিপৰীত পক্ষৰ উকিলে হাকিমৰ পিনে চাই কলে— ' আ—ই অব্জেক্ট ইয়ৰ অনাৰ ।'

'ইয়ৰ অনাৰ, দিছ্ ইছ্ ক্ৰচ্ একজামিনেচন । আই এম নট ক্ৰচিং মাই লাৰ্নেট ফ্ৰেণ্ড্ । বাট দি উইটনেচ্'— ।

এনেতে হাকিমে কৈ উঠিল— ।

অব্জেক্চন চাচটেইন । প্ৰচিড্ অন ।

অজয়ে আকৌ মানুহজনৰ পিনে তীক্ষ্ণ দৃষ্টিত চাই



প্ৰশ্নৰ সুৰত কলে—

মানুহজনে তেন্তে চিঞৰা নাই ?

নাই ।

ইয়ৰ অনাৰ, প্লিজ নট ইট ।

বাৰু ।

যিজন মানুহ খুন্ হ'ল তাৰ চেহেৰা কেনে আছিল জানানে ?

জানো, আমাৰ গাওঁৰে মানুহ ।

কেনে আছিল ?

বৰ শকত আবত ।

মোৰ নিচিনা ?

নাই হুজুৰ । তেনে মানুহ মানে ইয়াত নাই ।

তেন্তে খুব শকত ?

হয়, বেচ শকত ।

তেজ একেবাৰেই ওলোৱা নাই নহয় ?

ওঁ হুজুৰ । কব নোৱাৰিলো । মানুহজন শকত আছিলনেকি ?

অহ্ ইমান কোৱা নাই নহয় । মই কৈছো তেজ ওলাই-ছিলনে নাই ।

এহ্, অলপমান হুজুৰ ।

ইয়ৰ অনাৰ নট ইট ।

বাৰু ! মই যদি কওঁ খুন্ত তুমিও জড়িত আছা ?

মানুহজন মনে মনে থাকে । অজয়ে কথাষাৰ দুবাৰ মান কয় আৰু কাঠগড়াত গৈ হাত দুখন দিয়ে । মানুহজন ভয়ত কঁপি উঠে ।

অজয়ে চিঞৰি কাঠগড়াত ঝুকি এটা দি আৰু এবাৰ কয় । * * *

ইপিনে সময় প্ৰায় তিনি বাজেহি । ডালি আহি পালেংখনৰ ওচৰত থিয় হৈ মাধৱীক মাতিব ধৰে ।

অলপ পিছত মাধৱী সাৰ পায় । সাৰ পোৱাৰ লগে লগে তাই স্বপ্ন ৰাজ্যৰ পৰা বাস্তৱলৈ ঘূৰি আহে ।

ডালি ?

কওঁক ?

বাবু আহিছে ?

নাই অহা ।

ঘড়ীটোত টং টং কৈ চাৰি বাজি গ'ল । তাই লৰা-লৰিকৈ মুখ হাত ধুই বাহিৰৰ অফিচ ঘৰৰ দুৱাৰত থিয় দিয়ে ।

তাই তাত গৈ এবাৰ ভিতৰৰ পিনে অহা যোৱা আৰম্ভ কৰে । চেকেণ্ডৰ পিচত চেকেণ্ড পাৰ হৈ গ'ল । মিনিটৰ



পিছত মিনিট, ঘণ্টাৰ পিছত ঘণ্টা পাৰ হৈছে কিন্তু অজয়ৰ দেখা সাক্ষাৎ নাই । ঠিক বাটৰ কাষৰ ঘৰটো । তাত বহিলে কোন মানুহ আহে কোন মানুহ যায় সকলো দেখা যায় ।

টংকৈ চাৰে চাৰিটা বাজিল । তাই দুৱাৰৰ ওচৰত আহি থিয় হৈ উচপি উঠিল । পূব পিনৰ বাটটোৱেদি এখন ৰিক্সাত ক'লা কোট পিন্ধা মানুহ এজন আহিব লাগিছে । তাই স্বস্তিৰ নিশ্বাস্ পেলালে ।

নিশ্চয় তেৱেঁ হব ।

ৰিক্সাখন লাহে লাহে ওচৰলৈ আহিল । দেখিলে অজয় দেখোন নহয় । বেলেগ কোনোবা এজন । বোধকৰো তেৱোঁ উকিল । তাইৰ মনটো বেয়া লাগি গ'ল । এনেতে ঘড়ীত টং টংকৈ পাঁচ বাজি গ'ল ।

শেষবাৰৰ বাবে দুৱাৰৰ ওচৰলৈ গৈ আকৌ এবাৰ চাই পঠালে দূৰণিত শেষ হোৱা আলিটোলৈ । নাই । তাইৰ মুখখন ক'লা পৰি গ'ল । বেদনাক্লিষ্ট মনটো লৈ তাই অফিচ কোঠাৰ পৰা ভিতৰলৈ আহিল । এনেতে ডালিয়ে তাইক চাহৰ তাগিদ দিলে ।

চাহ খাব লাগে নবৌ ?

তেওঁ অহাই নাই দেখোন ।

তেওঁৰ অহা পলম হ'ব, কেতিয়াবা কেতিয়াবা ৰাতিহে

আহে ।

বাৰু পিছত খাম । তুমি খোৱা ।

তাই লাহেকৈ পালেংখনত বাগৰি চিন্তা কৰিব ধৰিলে । অলপ পিছত কোনোবা এজন আহি মাত লগালে—

এৰা ।

তাইৰ বুকুখন কঁপি উঠিল । মাতটো বুজি পাই তাইৰ অন্তৰখন এটি পুলক অনুভৱ কৰিলে । মুখৰ বৰণ পৰিবৰ্ত্তন হ'ল । তাই কিন্তু লৰচৰ একো নকৰিলে ।

এৰা, কথা নোকোৱা কিয় ? এই, গা বেয়া লাগিছেনে কি ? চাওঁ ?

সি তাইৰ কপালত হাত দি চালে ।

ওঁ, বেচ্, খং কৰিছা নহয় ? মাফ কৰিবা । আজি এটা বৰ ডেঞ্জাৰাচ কেচৰ আৰ্গুমেণ্ট আছিল ।

ওঁ সোনকালে আহিব কৈছিলো ?

কলো নহয় । বাৰু চাহ খাইছা ?

নাই ।

অহ্ ছৰি··· আৰু পলম নকৰো । আঁহা । ডালি ? এই ডালি ?

গৈছো ।

চাহ সাজু কৰা ।



আহক ।

দুয়োগৈ ডাইনিং ৰূমত বহি চাহ খোৱা আৰম্ভ কৰে । চাহ খোৱা শেষ হোৱাত তাই কলে— বলক ?

কলৈ ?

বাহ্‌ৰে কৈছিলো যে ?

বাৰু তুমি পোছাক কৰা ।

দুয়ো কাপোৰ পিন্ধি ওলাই আহে । এনেতে ফোনটোত ৰিং শুনি অজয়ে কলে— ৰ'বা, অলপ ।

সি গৈ ফোনটো ধৰে ।

হেলো । হঁা, হঁা, মই কৈছো । হঁা, হঁা, পিছত আহিব । মই এতিয়া অলপ বাহিৰত ফুৰিবলৈ ওলাইছো । এতিয়ায়···· ····নাহিলে নহয়······বাৰু আহক । ওঁ, ওঁ, থেঙ্কচ ।

দেখিছা মোৰ যোৱা নহল । ডালি ? ডালি ?

গৈছো ।

তুমি যোৱাচোন । ডালিৰ লগত ফুৰি অহাগৈ । যোৱা ?

তাইৰ মুখখন বহাগ মাহৰ ডাৱৰৰ দৰে ক'লা পৰিল । একো নোকোৱাকৈ পোছাক যোৰ খোলা আৰম্ভ কৰিলে ।

ইপিনে অজয় ! উকিল বাবু । অফিচ ৰূমত বহি টেবিলৰ ড্ৰয়াৰ খুলি টকা ভৰ্ত্তি কৰিছে । এদলৰ পিছত

আনদল মানুহ আহিছে, তাৰ লগত কথা পাতিছে। টকা দিছে, গৈছে। এনেকি ৰাতি দহ বাজিল।

মাধৱী বেচাৰী, পালেংখনত শুই শুই সাপে দংশন কৰা মানুহৰ দৰে ছটফট্ কৰিছে। অৱশেষত ক্লান্ত হৈ তাৰপৰা উঠি অফিচ ৰুমলৈ গ'ল। গৈ দেখিলে অজয় লিখাত ব্যস্ত। তাৰ লিখাৰ ব্যস্ততা দেখি তাইৰ অভিমানৰ মাত্ৰা কমি গ'ল। চেয়াৰখনৰ পৰা উঠি গৈ তাৰ কপালত লাহেকৈ হাত বুলাই কব ধৰিলে—

ইমান পৰিশ্ৰম কৰিলে চলিব কেনেকৈ ?

অহ্। তুমি আহিছা ? বঁহা।

হৈছেনে নাই ?

অ–ল–প বাকী আছে।

ৰাতি কিমান হ'ল জানে ?

কিমান ?

দহ বাজি গৈছে।

এৰা, তুমি খোৱা নাই ?

আপোনাক এৰি ?

কিবা কব খুজি ৰৈ গ'ল, এনেতে অজয়ে মাত লগালে—

বাৰু তুমি খোৱা, মই গৈছো।

নাই— উঠক ?



তাই তাৰ হাতৰ পৰা কলমটো কাঢ়ি লয়। সি বাধ্য দি কয়—

এৰা, আৰু অলপ বাকী আছে। তুমি নাজানা, এই লিখাৰ ওপৰত কিমান খিনি দায়িত্ব অৰোপ হৈ আছে। কালিলৈ আকৌ এটা কেচৰ তাৰিখ আছে।

আজি এটা, কালিলৈ আন এটা, আপোনাৰ নিজৰ দেহাৰ পিনে চাব নেলাগে নেকি ?

এৰা গৈছো ব'লা।

দুয়ো অফিচ ঘৰৰ পৰা ওলাই ভিতৰলৈ আহে। অজয়ে হাত মুখ ধুই দুয়ো একেলগে খোৱা আৰম্ভ কৰে।

---

[ ৫ ]

ছুবছৰৰ পিছত। এইদৰে জীৱনৰ দিনবোৰ উকলিব ধৰিলে।

* * * * *

এই ডালি ?

কি হ'ল ? আকৌ আহিছা ? তোক কৈছো নহয় ৰান্ধিবৰ সময়ত নাহিবা।

তই বুবুজা কিয় ? মোক অকলে থাকি ভাল নালাগে নহয়।

তেন্তে বিয়া পাত।

কুথাষাৰ শুনাৰ লগে লগে ডল কাণ চুলি খজুৱাব আৰম্ভ



কৰে। তাইৰ পিনে এবাৰ চয়তানি দৃষ্টিত চাই মিচিক্‌কৈ হাঁহে।

তই ৰাজি হৈছ তেন্তে ?

ডালি খঙত ৰঙাচিঙা পৰিল। তাৰ পিনে এবাৰ গহিনাই চাই কলে— কি ?

তই মানে ৰাজি হৈছ তো ?

তাই ককালৰ গাঁঠিটো ভালকৈ শকত কৰি লৈ তাৰ ওচৰলৈ আহি বুকু ওফোন্দাই কলে—

তোৰ দৰমহা কিমান অ' ?

ভালপোৱা দৰমহাৰে জোখেনে কি ?

ভালপোৱা? ইস্! আৰু কাম নাই? ভালপাব শিকিছা

দেখ ডালি, তই যদি এনেকৈ খেং খেং কৰি থাক তেন্তে মই চাকৰি এৰি গুচি যাম ?

কোনে তোক মানা কৰিছে ?

ঠিক ? সঁচা ?

সঁচা নহয়, তেন্তে মিছানেকি ?

বাৰু, বাৰু, আজিয়েই চাকৰি এৰি দিম। আজিয়েই যাম। কিন্তু ডালি কি কম ? চাকৰি এৰি গলে যে তোক আৰু দেখিবলৈ নাপাম। তই, তই সঁচাকৈ যদি ভাল নোপোৱা মানে……মানে।

কিবা কব খুজি কব নোৱাৰিলে। তাৰ কথা কোৱাৰ অঙ্গ ভঙ্গী দেখি তাই নাহাঁহি নোৱাৰিলে।

এনেত অজয়ে আহি মাত লগালে— ডল? ডল?

গৈ–ছো।

সি লৰালৰিকৈ ৰান্ধনি ঘৰৰ পৰা আহি অজয়ৰ আগত থিয় হ'ল।

এৰা, যাব লাগে নহয়।

কোনোবায় আহিছিল নে কি?

নাই, অহা নাই।

বাৰু! বাৰু ডালিক কোঁৱা সোনকালে সাজু হবলৈ। অলপ তপতোৱা গাখীৰ লবলৈও কবা।

বাৰু গৈছো।

ডল কোঠাটোৰ পৰা ওলাই আহে। ইপিনে অজয় ক'লা কোটটো খুলি থয়। ডল ইপিনে ৰান্ধনি ঘৰৰ মজিয়াত আহি ঘপ্‌কৈ থিয় হ'ল।

ডালি?

আকৌ?

গাখীৰ তপতোৱা হৈছেনে নাই?

নাই হোৱা।

এতিয়াই ৰেডি কৰ। নহলে······!



নহলে কি কৰিবা?

মোৰ হুকুম। চাকৰীৰ পৰা বৰ্খাস্ত কৰিম।

ইতিমধ্যে অজয় আহি পালে। ডলে তাক দেখি ভয়ত কঁপিব ধৰে। ডালি ভিতৰলৈ সোমাই যায়।

ডালি?

কওক।

গাখীৰ তপতোৱা হৈছে?

হৈছে।

ডলে চকু ঘোপা কৰে। এনেতে অজয়ে কৈ উঠে।

ডালি? তপতোৱা গাখীৰ অলপমান লৈ লোৱাচোন। ডল, তইও ব'ল।

ডলে মূৰ খজুৱায়।

বা–ৰু।

অজয় কথাষাৰ কৈ তাৰপৰা ওলাই আহে। ডলে চকুৰে ইঙ্গিত দি ডালিক কিবা কয়।

ডালিয়ে উত্তৰত খঙৰ ভাব দেখুৱায়।

তাই ফ্লাস্কটোত গাখীৰ ভৰাই লৈ ৰান্ধনি ঘৰৰ পৰা ওলাই আহে। ডল আগে আগে আৰু ডালি পিছে পিছে আহি টেক্সিখনৰ ওচৰ পায়। ডালি পিচৰ চিটত দুৱাৰখন খুলি ভিতৰলৈ যায়। ডলো ৰংমনে সেইটো চিটত বহিবলৈ

দুৱাৰ খুলিব খোজে এনেতে অজয়ে ডলৰ হাতত ধৰি আগ-চিটত বহুৱাই দিয়ে। ডালিয়ে দৃশ্যটো চাই মিচিক্‌কৈ হাঁহি দিয়ে। অজয়ে ড্ৰাইভাৰৰ চিটত বহি গাড়ীখন চলোৱা আৰম্ভ কৰে। খন্তেক পিচত গাড়ী আহি স্পতাল পালেহি। আটায়ে গাড়ীৰ পৰা নামি ভিতৰলৈ সোমাই গ'ল। অজয় অলপ পৰিশ্ৰান্ত হোৱাৰ দৰে হয়। ডালি আৰু ডল দুটা কোণত থিয় হৈ থাকে।

এনেতে কোনোবা এজন দাড়িৱালা মানুহ আহে। মানুহজন আহি থিয় হোৱাৰ লগে লগে নাৰ্চজনী আহি কলেহি—

আপোনাৰ ছোৱালী হৈছে।

ছোৱালী ?

মানুহজন আনন্দত নাচি উঠে। হাতযোৰ কৰি ওপৰৰ ফালে চাই কয়— হে ভগবান ! তোমাৰ মহিমা অপাৰ।

এনেতে ডলে খং কৰি নাৰ্চক কয়— এই নাৰ্চ ! আমি ইমান পৰ আছো, আমাৰ কোনো খবৰ নাই। ই অহাৰ লগে লগে ছোৱালী হ'ল।

নাৰ্চজনীয়ে তাৰ অদ্ভুত্‌ কথা শুনি হাঁহি তাৰপৰা আঁতৰি গ'ল। এনেতে অইন এজনী নাৰ্চ আহি অজয়ক কলে— আপোনাৰ ল'ৰা হৈছে। অজয়ে কথাষাৰ শুনাৰ লগে লগে



ফ্লাক্সটো লৈ নাৰ্চজনীৰ পিচে পিচে গ'ল। ডালিও যাব খোজে। ডলে হাতত ধৰি বাধা দি কয়—

ডালি ! তোকো ইয়ালৈকে লৈ আহিম। ইয়াত ল'ৰা হয়।

ডালিৰ হাঁহি উঠে যদিও হাঁহি বন্ধ কৰি অলপ গহীন হয়। তাৰ হাতৰ পৰা হাতখন এৰুৱাই লৈ তায়ো ভিতৰলৈ সোমাই গ'ল।

ইপিনে বিচনাখনৰ ওচৰত থিয় হৈ অজয়ে মাধৱীৰ গালত হাত দি······। কংগ্ৰেচুৱেলেচন মাধৱী। কথাষাৰ কৈ কেচুৱাটোৰ ওচৰলৈ যায়। এনেতে ডালি আহি নবৌ, নবৌ বুলি মাত লগালে।

পিছদিনাখন মাধৱীক তাৰপৰা লৈ অহা হ'ল।

---

[ ৬ ]

কেইদিনমান পিচত। মাধৱী দিনে নিশাই কেচুৱাটিক লৈ ব্যস্ত। অইন পিনে অজয় কোৰ্ট, অফিচ, মক্কেল, আদি লৈ ব্যস্ত।

পকী ঘৰটোৰ মাজৰ কোঁঠালীত। মাধৱীয়ে কেচুৱাটোক দোলনত বাগৰাই লৈ ৰচিদাল আগাপিচা কৰিছে।

আবেলি, মেঘমুক্ত আকাশখন। পাতল মৃদু বতাহ চিৰ্ চিৰ্ কৈ বৈছে। তাই মনৰ আবেগত গুণ্ গুণ্ কৈ গীত এটি গাইছে। এনেতে সিপিনৰ কোঁঠালীটোত অজয়। কোৰ্টৰ পৰা কেতিয়াবা আহি তাইৰ গান শুনি ক্ষন্তেক সময় ৰয়। কথা নোকোৱাকৈ মনে মনে তাইৰ গানটো উপভোগ



কৰিব ধৰে।

অলপ পিচত। এখোজ দুখোজকৈ অজয়ে তাইৰ কোঁঠালীটোলৈ আহি পিছপিনে থিয় হ'ল। তাইৰ গীত কিন্তু তেতিয়াও বন্ধ হোৱা নাই। এনেতে অজয়ে পিছফালৰ পৰা তাইৰ চকুত টিপি ধৰিলে। তাই উচাপ খাই উঠিল। লগে লগে গান বন্ধ হৈ গ'ল।

দুয়ো অলপপৰ নিমাত হৈ ৰয়। দোলনটো লৰোৱা বন্ধ হয়। তাই ৰচিদাল এৰি দি হাত দু'খনত ধৰে।

বুজিছো।

কোন কোৱাচোন ?

চোৰ, বদমাচক প্ৰশ্ৰয় দিয়া উকিল।

অজয়ে কথাষাৰ শুনি সেপ ঢোকে।

কিবা ভাবি হাত দু'খন এৰুৱাই আনি তাইৰ আগত মুখামুখী হৈ মুঢ়া এটাত বহে।

বেছ্।

কি বেছ্।

যি কৈছা ভালেই কৈছা।

বেয়া কথা কলে যেন ভাল পাব ?

ভাল পাবলৈ কিবা আছে জানো ?

নাই। শূণ্য ঘৰখনত কিবা থাকিব পাৰে জানো ?

তুমি আছা, পোনা আছে। এনে এখন ঘৰ যদি শূণ্য বুলি কওঁ তেন্তে অভিধানচ্যুত নহব জানো ?

অভিধানত থকা সকলো শব্দৰ অৰ্থ জানো ঠিক ?

ভাল।

এনেতে পোনাই কান্দিব ধৰে। অজয় তাক কোলাত উঠাই লৈ চুমা খায়।

অহ্, অহ্, অহ্, পোনা মোৰ ভাল; পোনাৰ মাকৰ বৰ গাল, নুবুজি নুগুনি লগায় কোঢ়াল, পোনা মোৰ ভাল। ওঁ, ওঁ, ওঁ।

কথা কেইষাৰ পোনাটোক লৈ গা নচুৱাই নচুৱাই কয়। কথা শেষ হোৱাত তাইৰ পিনে এবাৰ চায়।

তাই খঙত ফেটীসাঁপ এটাৰ দৰে ফণা ধৰি তাৰ পিনে চাইছে সি তাইৰ ঘোপা চকুযোৰ দেখি তাৰ চকু ফিৰাই লৈ বাহিৰৰ পিনে চাই থাকে।

এনে সুন্দৰ আকাশখন। সেইয়া বেলি মাৰ যাওঁ যাওঁ হৈছে। কি ধুনীয়া দৃশ্য। অহ্ !

ইপিনে এক ৰাণী। আনপিনে যুৱৰাজ।

লগতে এজন বদমাচক প্ৰশ্ৰয় দিয়া......... ।

কিবা ক'ব খুজি নকয়......... ।

কবিত্ব অলপ চলপ আছে দেখোন।



মাধৱী; বিশ্বাস কৰা, কলেজত পঢ়োতে কেবাটাও কবিতা লিখিছিলো। আলোচনীত দিছিলো। এটা প্ৰাইজো পাইছো।

তাই একো নোকোৱাকৈ কমৰ পৰা ওলাই আহে। অজয়ে আচৰিত হৈ কেৱল এঁ-আঁ কৈ চাই থাকে।

ইপিনে মাধৱী। তাই পোনে পোনে পাকঘৰলৈ আহি নিজহাতে দু'কাপ চাহ বাকি লৈ যায়। তাই কোঠাটোত সোমাই অহাৰ লগে লগে অজয়ে নিজে নিজে অইনপিনে চাই কব ধৰিলে—চাহ নেখাওঁ। পোনা; ক'চোন চাহ খামনে ?

পোনা কান্দি উঠে।

নাই, নাই, নেখাওঁ-- নেখাওঁ। অঁ, অঁ।

এনেতে তাই পোনাক তাৰপৰা লয়। সি ওচৰতে থকা মুঢ়াটোত বহে। তাই পোনাক আকৌ দোলনটোত থৈ ৰচিদাল টানিব ধৰে। অজয়ে নাকটো দীঘল কৰি উশাহটানি মাত লগায়—চাহকাপ বেচ্ মলমলাব ধৰিছে। বোধকৰো ৰাণীয়ে নিজেই.........নিজ হস্তে বনাইছে।

জানিব পাৰোনে পোনাৰ মাক ? আই মিন্ হাউচ গৰ্ভনেচ......... ।

কথাষাৰ শুনাৰ লগে লগে তাইৰ দু'চকুৰেদি চকুলো বাগৰি আহে। তাইৰ চকুলো দেখি অজয় আচৰিত হয়,

আৰু কথাৰ সুৰ সলনি কৰি কব ধৰে—

আই বেগ এক্সকিউজ, ইয়ৰ অনাৰ ।

কোৰ্টৰ সুৰত কথাষাৰ কৈ জেপৰ পৰা ৰুমালখন উলিয়াই তাইৰ চকুলো মচি দিয়ে ।

তুমি নুবুজা মাধৱী ; মোৰ ওপৰত কিমান দায়িত্ব । মানুহ আহে মোৰ ওচৰলৈ কিবা উপকাৰ পাব বুলি । তেওঁলোকে মোক ভাল পাই আহে । তেনে ক্ষেত্ৰত মই যদি ভালপোৱাৰ প্ৰতিদান স্বৰূপ তেওঁলোকৰ উপকাৰৰ বাবে অলপ পৰিশ্ৰম নকৰো তেন্তে জানো মোক ভাল পাব ?

আপোনাৰ নিজৰ জীৱনৰ বাবে নিজৰ দায়িত্ব নাই জানো ?

আছে । কিন্তু বহুতো সময়ত সকলো পাহৰিব লাগে ।

অন্ততঃ পোনাৰ পিনে চাব লাগে ।

মই জানো তুমি আছা, গতিকে ভিতৰুৱা চিন্তা কৰিবৰ মোৰ দৰকাৰ খুব কম । বাৰু আজিৰ পৰা মই প্ৰমিজ কৰিলো ঠিক *পাঙ্চুৱেলি* আহিম । ইপিনে চোঁৱাচোন ! চোঁৱা না । অজয় তাইৰ ওচৰলৈ যায় । তাই তাৰ পিনে করুণ চাৱনীত চায় । সি তাইৰ গালত হাত দি কয়—

হাঁহা । অকণমান হাঁহাচোন ।

তাইৰ মুখত হাঁহিৰ ভাৱ বিৰিঙি উঠে ।



আৰু অলপ, আ–ৰু ।

তাই হাঁহিব ধৰে ! ইপিনে ডল আহি বাহিৰৰ পৰা তেনে দৃশ্য দেখি উচপি বৈ থাকে । সিহঁত দুয়োৰে ৰেহৰূপ চাই বটাখন বাহিৰৰ বেঞ্চিখনৰ ওপৰত থৈ পোনে পোনে পাকঘৰলৈ গৈ ডালিক মাতিব ধৰে ।

ডালি ! ডালি ! ডালি ?

কি হ'ল ?

ইপিনে আহ ।

কি হ'ল ?

ইপিনে আহচোন ।

ওঁ কি হ'ল ?

সিও তাইৰ ওচৰলৈ গৈ তাইৰ গালত ধৰি—

হাঁহ ! হাঁহ !! হাঁহ না ?

তাই আচৰিত হৈ হাঁহি দিয়ে ।

বাহ্ ডালি তই কিমান ভাল । কিমান ধুনীয়া । এই পৃথিবীত তোৰ নিচিনা ধুনীয়া ছোৱালী আছে জানো ?

তাই তাৰ উদ্দেশ্য বুজিব পাৰিলে । লগে লগে তাইৰ মুখৰ বৰণ পৰিবৰ্ত্তন হ'ল ।

ওঁ বুজিছো, তোৰ চয়তানি নগল নহয় ?

কেতিয়াও নেযায় ।

কেতিয়াও নেযায় ?

কেতিয়াও নেযায় ! নৌ, নৌ, নৌ ।

ইংৰাজী কব জানা দেখোন । কিমানলৈ পঢ়িছা ?

বি, এ নিশ্চয় পাচ কৰিছো । কিন্তু মাইনৰ ফেল কৰিছো ।

এনেতে অজয়ে ডলক চিঞৰি মাতে ।

ডল ! ডল !!

ধেৎ । সব বৰবাদ । সব খতম কৰি দিলে ।

সি তাইৰ পিনে চাই মূৰটো দোঁৱায় ।

বাক মেম চাহাব.........এতিয়াই আহিছো । এক মিনিট হেঁ ।

সি লৰা-লৰিকৈ যায় ।

---



[ ৭ ]

দিনৰ পিছত মাহ । মাহৰ পিছত বছৰ । এবছৰত ভৰি দিছে পোনায় । আজি উকিলৰ ঘৰত উৎসৱ । এয়া পোনাৰ জন্ম উৎসৱ ।

চহৰৰ গণ্য-মান্য মানুহৰ সমাগম হৈছে তেওঁৰ ঘৰত । উকিল, মুক্তিয়াৰ, হাকিম প্ৰায় সকলোৱে আহিছে ।

আহিছে । বহিছে । খাইছে । পোনাৰ বাবে অনা উপহাৰবোৰ চমজাই দিছে । ইপিনে ডল, ডালি দুয়ো ব্যস্ত । ঘৰখনৰ প্ৰত্যেকেই ব্যস্ত । চাৰিওপিনে হুলস্থুল, গোলমাল ।

অলপ আগতে ডালিয়ে মাধৱীৰ পৰা পোনাক লৈছে । মাধৱীৰ মুখখন পূৰ্ণিমাৰ জোনৰ দৰে ।

কিন্তু আজি সন্তানৰ জন্মবাৰ্ষিকি উৎসৱৰ দিনোতো যেন পাতল ডাৱৰে আৱৰি ধৰা জোনটিৰ দৰে এটি পাতল ক'লা ছাঁয়াই আৱৰি ধৰিছে । তাইৰ মুখখনৰ সৌন্দৰ্য্য কিছু পৰিমাণে ম্লান পৰি গৈছে । কিয় ?

এনেতে হঠাৎ কোট পেণ্ট পৰিহিত এজন ভদ্ৰলোক আহি পালেহি ।

গুড্ মৰ্ণিং মিষ্টাৰ বৰুৱা ।

অহ, মৰ্ণিং মিষ্টাৰ ভূঞা । হাউ ডু ইউ ডু ?

ওৱেল । আহক ভিতৰলৈ, আহক ?

দুয়ো ভিতৰলৈ আগবাঢ়ে । দুখোজমান গৈ অজয়ে মাধৱীক মাত লগালে—

এৰা, এইফালে আঁহাচোন ।

গৈছো ।

আঁহা পৰিচয় কৰি দিওঁ । বুজিছে ভূঞা— এওঁ মানে আমাৰ পোনাৰ মাক । ভূঞাই তাইৰ পিনে চাই চৰগ পৰা মানুহ এজনৰ দৰে থৰ হৈ ৰল যদিও ভদ্ৰতা ৰক্ষাৰ্থে হাত যোৰ কৰি......... ।

নমস্কাৰ !

তাই তাৰপিনে চোৱাৰ লগে লগে তাইৰ বুকুখন কঁপি উঠিল । হাতযোৰ কৰি প্ৰতি নমস্কাৰ দিয়াৰ লগে লগে অজয়ে কৈ দিলে— এওঁ মিঃ ভূঞা । চিনিয়ৰ মেজিষ্ট্ৰেট । নতুনকৈ আহিছে । দুয়ো বিপাকত পৰিল । ইপিনে বাজি বাজনা চলি আছিল, যদিও হঠাতে যেন বন্ধ হৈ গ'ল ।

অজয়ে ভূঞাক লৈ গৈ সসম্মানে এখন চেয়াৰত



বহুৱায় । ভূঞাই যন্ত্ৰচালিতৰ দৰে তাৰ পিছে পিছে যাওঁতে ডালিৰ কোলাত থকা পোনাটিৰ গালত এবাৰ পিটিকি দি তাইৰ হাতত উপহাৰৰ বস্তুবোৰ দি যায় । মাধৱীয়ে সকলো লক্ষ্য কৰে । মুখখন তাইৰ আৰু বেছি ক'লা পৰি গ'ল ।

ইপিনে উৎসৱৰ কামবোৰ ক্ষিপ্ৰগতিত চলিব ধৰিছে । এনেতে উৎসৱৰ দৰ্শক এজনে চেয়াৰৰ পৰা উঠি মাত লগালে ।

জেণ্টলমেন এণ্ড্ লেডিজ্ ! এতিয়া উৎসৱৰ যৱনিকা হয়হি...... । ইয়াৰ আগতে মিষ্টাৰ বৰুৱাক মই অনুৰোধ কৰো তেখেত যেন মিচেচ মাধৱী বৰুৱাক অৰ্থাৎ পোনাৰ মাকক এটি গান গাবলৈ অনুৰোধ কৰে— ।

আন এজনে থিয় হৈ কলে— মই এই প্ৰস্তাৱ সাদৰে সমৰ্থন কৰিলো ।

অজয় বিমোৰত পৰিল । ইপিনে সিপিনে অলপ চালে । ডলে বীণাটি লৈ মাধৱীৰ কাষত থিয় হ'ল । অজয়ে পৰিস্থিতিত বাধ্য হৈ অনুৰোধ কৰিলে ।

গোৱা । মোৰ কাৰণে নহলেও ৰাইজে যেতিয়া আশা কৰিছে...... ।

এনেতে ডলে বীণখন মাধৱীৰ হাতত দি...... ।

গাওক নবৌ, গাওক ।

তাই তাইৰ আসনত বহি বীণাটো সাজু কৰিবলৈ আৰম্ভ কৰিলে। দৰ্শক নিৰৱ। অজয় আচৰিত। সি ইমান দিন জনা নাছিল মাধৱীয়ে গান জানে বুলি। এনেতে গানৰ সুৰ উঠিল—

কি গান গাম মই
সপোন হ'লে মৰু......
কি গান গাম মই
বাস্তৱ জীয়া জুই...... ।

তাইৰ চকুদুটি যেন বাৰিষাৰ দুকুল ভঙ্গা নৈৰ দৰে হ'ল। তপত চকুলোৱে কৰিলে টলমল!

তপত জীৱন তৰু......
কি গান গাম মই...... ।

গানৰ সুৰ, তাল, মান একো বুজিব নোৱাৰিলেও শব্দৰ অৰ্থ শ্ৰোতাই বুজি পায়।

অজয়ৰ মুখখন অসম্ভৱ গহীন হৈ পৰিল। ইপিনে ভূঞা। তেৱোঁ কি বিপদত পৰিছে ভগবানেহে জানে। অজয়ে মাজে মাজ চকুৰ পলক নেপেলোৱাকৈ চাই গৈছে নিৰৱে।

ভূঞা, নিস্তব্ধ।



কল্পনা বিৰাম নাই
বাস্তৱ জীৱা জুই
কি গান গাম মই...... ?

গান শেষ হ'ল। শ্ৰোতাসকলে হাততালি দিলে। অজয়েও হাতত তালি দিলে সঁচা, কিন্তু কাৰো তালিৰ লগত তাৰ মিল নাই।

গান শেষ হোৱাৰ লগে লগে শ্ৰোতাসকলে লাহে লাহে বিদায় মাগিলে।

* * * * *

পিচদিনা। ড্ৰেচিং ৰুমত ডালিয়ে টেবুল, আলনা আদি পৰিষ্কাৰ কৰাত ব্যস্ত। হঠাৎ ডল কৰবাৰ পৰা আহি ওলাল।

ডালি? এৰা, ডালি?

ডালিয়ে তাৰপিনে এবাৰ গহীন হৈ চায়। কথা একো নকয়। তাইক নিৰ্ব্বাক দেখি ডলে আকৌ এবাৰ কয়—

ডালি, এৰা ন'বৌৱে কালি গান গাওঁতে মুখখন ঔৰ দৰে কৰিছিল কিয়?

তই জানানে?

মই সৰ্ব্বজ্ঞ নেকি ?

এই, মই তেনে কথা কোৱা নাই। এই···মানে তই তেওঁৰ কাষৰে পাজৰে থাকা নহয়।

ওঁ, এতিয়া দেখিছো দুয়োৰে মাজত কথাৰ কটাকটি হয়। কাৰণ কি ?

তই সুধিব নোৱাৰা নেকি ?

মই সুধিব পাৰিলে তোৰ ইয়ালৈ আহো নেকি ?

মহা বিপদ। এনে ধুনীয়া সংসাৰখন, মই দেখিছো বেয়াৰ পিনে ঢাল ললে।

বাহ্, বেচ্ বুজা দেখোন !

তোৰ নিচিনা নহওঁ বুজিছা ? মূৰ্খ হব পাৰো, কিন্তু অলপ অচৰপ বুজো নিশ্চয়। মাথো এটা বস্তু বুজি নাপাওঁ।

কি ?

তোক মই বুজি নাপাওঁ।

তাই তাৰপিনে অলপ কোমল চাৱনিত চাব ধৰে। চকুৰ কোণ দুটা অলপ ৰঙা পৰে। উক্ত পৰিবৰ্ত্তন ডলে ভালদৰে লক্ষ্য কৰে। এনেতে মাধৱীয়ে মাত লগায়—

ডল ? ডল অ' ?

সি কপালত হাত দি······।

ধেৎ, ভগবানে মঙ্গল কৰক। এটি মিনিটো যদি পাওঁ।



মুখৰ আকৃতি বিকট কৰি কয়—

গৈছো।

কথাষাৰ কৈ বেচাৰা তাৰপৰা ওলাই আহে, ডালিয়ে তাৰপিনে সতৃষ্ণ নয়নে চাই থাকে।

তাই বেগ এখন হাতত লৈ আচৰিত হোৱাৰ সুৰত কয়।

ডল। ইখন বেগ ক'ত পাইছা ?

সি মূৰ খজুৱাই উত্তৰ দিলে—।

ন'বৌ, সেই যোৱাকালি চেয়াৰবিলাক ঠিক কৰিবলৈ যোৱাত তাতে পাইছো।

তাই লাহে লাহে বেগখন লৈ ভিতৰলৈ যায়। বেগৰ চেইনডাল খোলাৰ লগে লগে তাইৰ বুকুখন ধপধপাই উঠে।

সেই মনোজ ভূঞা······। তাহানি কলেজৰ বন্ধু, তেওঁৰে বেগ এইখন। এপিনে মনোজৰ এখন ফটো আন-পিনে মাধৱীৰ। সেই কলেজীয়া জীৱনৰ ফটো।

ফটো দুখন দেখাৰ লগে লগে তাইৰ মনটো উৰা মাৰিলে কলেজীয়া জীৱনৰ দৃশ্যপটলৈ·········।

ঃ কলেজত এখন নাটক অভিনয় হ'ব ধৰিছে। মঞ্চত পোন প্ৰথমে মাধৱীয়ে নাচিবলৈ আৰম্ভ কৰে।

পৰীৰ দৰে উজ্জ্বল তাইৰ মুখখন, তাতে আকৌ শকুন্তলাৰ মেক-আপ লৈছে সেইখনি মুখত। নৃত্য চাই দৰ্শক

মণ্ডলি নিৰৱ, কোনো সাৰ শব্দ নাই। তাইৰ নাচৰ অঙ্গ, ভঙ্গী দেখি সঁচাকৈ দৰ্শক মণ্ডলি মোহিত হৈছে। নাচ শেষ হৈ গলত তাই বাহিৰেদি প্ৰস্থান কৰিলে।

এনেতে মনোজ তীৰ, ধনু লৈ ৰজা দুষ্যন্তৰ ভাৱ লৈ চিকাৰীৰ বেশত দ্ৰুত গতিত প্ৰৱেশ কৰে—।

মন্ত্ৰী? মন্ত্ৰী ??

কিবা আজ্ঞা মহাৰাজ ?

মন্ত্ৰী? কিবা হেতু আজি মোৰ সোঁবাহু হৈছে কম্পন !!!

মহাৰাজ! মহাৰাজ !! সেইয়া উত্তৰ কোণত, পাওঁ যেন হৰিণীৰ সাৰ.........।

যোৱা! যোৱা! মন্ত্ৰী আগুৱাই যোৱা। মন্ত্ৰীয়ে উত্তৰ পিনেদি প্ৰস্থান কৰে। এনেতে মাধৱী নাচি নাচি সোমাই আহে।

ৰজা দুষ্যন্তই (মনোজ) জঙ্গলৰ আঁৰত লুকাই নাচ চাই থাকে। তাইৰ নাচ শেষ হোৱাত মনোজ আহে।

কোন? কোন তুমি বালিকা? তব নৃত্য মূৰ্চ্ছনাত আজি ৰজা দুষ্যন্ত মোহিত। কিবা দানে সুখী হবা তুমি? কিবা নাম তোমাৰ...... ?

বনত থাকো। নাম মোৰ শকুন্তলা। মনৰ আনন্দত বনৰ মাজত কৰো নৃত্য। দৰ্শক মাথো অজলা হৰিণ হৰিণী,



শুভক্ষণত আজি তোমাৰ পদাৰ্পণ। কিহেৰে কৰিম সম্ভাষণ ?

দুয়োৰে আলিঙ্গন হয়। পিছত মনোজ আঙঠিটো খুলি তাইৰ সোঁ হাতৰ আঙুলীত পিন্ধাই দিয়ে। এনেতে দৰ্শকৰ পৰা হাততালি পৰে। লগতে আঁৰ কাপোৰ।

নাটকখন অভিনয় হোৱাৰ কেইদিনমানৰ পিছত। সময় আবেলি। অস্তগামী সূৰ্য্য দেৱতাই বিদায়কালীন ৰক্তাভ ৰশ্মী বিলাইছে। এজাক মৃদু মলয়া বতাহ আহি ফুলগছ কেইজোপা নচুৱাইছে। মাধৱী আৰু মনোজ একেখন বেঞ্চতে বহি আছে।

মলয়া বতাহজাকে দুয়োৰে দেহমন শীতল কৰি পেলালে। কিন্তু ওচৰতে ফুলৰ পাহিত থকা ভ্ৰমৰটো ফুলৰ পৰা উৰি গ'ল। এনেতে মনোজে তাইৰ হাতৰ আঙঠিটো দেখি মাত লগালে— দিয়া আঙঠিটো...।

যদি নিদিওঁ ?

সেইটো নকল বুইছা ?

আচল বুলি ভাবিলে নকলো আচল হয়।

কথাষাৰ কোৱাৰ লগে লগে সেই পাহি ফুলতে আকৌ আন এটি ভ্ৰমৰ আহি বহিল। বোধকৰো ফুলপাহি মধুপূৰ্ণ।

মনোজে কথাষাৰ শুনি উচপি উঠাৰ দৰে চকুৰ পলক পেলাই কলে—

হয় : কিন্তু, ভাবিব জানিলেহে·····।

চেষ্টা কৰাত দোষ আছে জানো ?

নাই ।

তেন্তে······ ?

মানে, চেষ্টা কৰিবলৈ গৈ আন এজনক কল্পনা ৰাজ্যত ডুবাই দি বাস্তৱত জীয়াজুইৰ উত্তাপ দিয়া জানো ভাল হব ?

ভাল হবনে বেয়া হব, তাৰ বিচাৰ কৰা পিচত সমীচীন হব যেন পাওঁ ।

সেইয়া দায়িত্বৰ কথা······ ।

দায়িত্ব লব নোৱাৰিলে লক্ষ্যভ্ৰষ্ট হয়, তেন্তে ?

বাৰু সঁচাকৈ যদি লক্ষ্যভ্ৰষ্ট হয়, তেন্তে ?

সম্ভাৱনা কম । যদিহে প্ৰাৰম্ভনীতে সাৱধান হোৱা যায় ।

বাৰু । চেষ্টা কৰি চাম । সহায়িকা হিচাবে পাওঁ যেন ।

বাৰু মনোজ ?

কোঁৱৰ, কৈ গ'লা কিয় ?

তুমি······সহজ ভাষাত কথা ক'ব নেজানা নেকি ?

জানো, কিন্তু······ ।

কিন্তু আকৌ ····· ?

মানে বিষয়টো যদি কঠিন হয়, ভাষা সহজ কেনেকৈ হয় ।



বাৰু ; এটা কথা কবা ?

কোঁৱৰ ?

তুমি সঁচাকৈ ভালপাব নাজানা নেকি ?

উহুঁ !

বেচ্ । উপন্যাস পঢ়িছা ?

নাই পঢ়া ।

চিনেমা চাইছা ?

চাইছো, ভাল নালাগে ।

তেন্তে ভাল পাব শিকা নাই ?

শিকাবা জানো ?

কথাষাৰ কোঁৱৰৰ লগে লগে তাইৰ গাল দুখন ৰঙা পৰে । ভ্ৰূ যুগল ক্ষন্তেক থিৰ হয় মঞ্চত দেখোন আঙ্গঠি দি ভালপোৱাৰ আহ্বান জনালো ?

সেইয়া অভিনয়-- ।

গোটেই পৃথিবীখন মঞ্চ, আৰু আমি অভিনেতা, অভিনেত্ৰী । এই কথাষাৰ····· ?

ওঁ ! ইংৰাজী প্ৰফেচাৰে কৈছিল ।

শুনিছা কেৱল, নহয় ?

ওঁ ।

কিবা বুজিছা ?

বুজিছো। বাওনা হৈ চন্দ্ৰলৈ হাত মেলিলে···।

তোমাৰ কথা মই বুজি নাপাওঁ।

সঁচাকৈ মাধৱী, তোমাক মই কি কম। মোৰ ভাষা নাই। তোমাক মই যিমান খিনি ভালপাওঁ, মোৰ ভয় হয়, ভাষাৰে ব্যক্ত কৰিলে কিজানি তাৰ মূল্য কমি যায়। কিজানি প্ৰকাশ কৰিবলৈ গৈ ফল ওলোটা হয়। সেইবাবে মই কোঁৱা নাই। মই জানো তোমাক নাপাম। কিন্তু ভালপাবলৈ অধিকাৰ প্ৰত্যেকৰে আছে।

কথাষাৰ কৈ মনোজ কঁপিবলৈ ধৰে। মাধৱীয়ে বিশ্বাস কৰিব পৰা নাছিল যে মনোজে এনে কিছুমান কথা তাইৰ আগত কব।

তাইৰ চকুত, গালত, মুখত আনন্দৰ ভাৱ সঞ্চাৰ হয়। চকু দুপাহিৰ কোণেদি দুধাৰী চকুলো বাগৰি আহিল।

এই কান্দিছা দেখোন?

লাহেকৈ তাইৰ চকুলো মচি দিয়ে! চকুলো মচি দিয়াৰ পিছত তাই সুৰ সলনি কৰি কলে—

মনোজ! কি কম! মোৰ ভাষা নাই। আজি মই নিজকে ধন্য মানিলো। * * * *

এনেকৈ চলিল কিছুদিন। ভগবানে কৰা আৱাহাৱাক মানৱে বিভাজন কৰিলে কেবাটাও ঋতুত। তাৰ ভিতৰত



বসন্তটো বোধহয় মোহনীয়।

কিন্তু এয়া থন্তেকীয়া নহয় জানো?

এদিন ঠিক আবেলি সময়ত। মাধৱীয়ে সাজপাৰ পিন্ধি সাজু হব ধৰিছে। অলপ পিছত মনোজ আহি পাবহি।

এনেতে দেউতাকে মাত লগালে— মাধৱী?

দেউতা?

ইপিনে আঁহাচোন মা। তোমাৰ বাবে মই এটা ভাল বাতৰি লৈ আহিছো। প্ৰথমে তোমাকেই কওঁ।

তাই দেউতাকৰ কোঁঠালীটোলৈ খোজ লয়। ইতিমধ্যে মনোজ আহে। তাই যোৱা দেখি গোপনে তাইৰ পিছে পিছে খোজ লয়। হঠাৎ সি বেৰৰ ওচৰত ৰৈ কাণপাতি শুনে।

তোমাৰ বিয়া ঠিক কৰি আহিলো মা। দৰাজন উকিল। বেচ্ নামকৰা! বিখ্যাত উকিল।

কথাষাৰ শুনাৰ লগে লগে তাইৰ মূৰত সেই ঘৰৰ চিলিংখন যেন খহি পৰিল। কাণ দুখন দুখন ভোঁ-ভোঁৱাবলৈ ধৰিলে!

তুমি মত দিলেই হয় মা! মই কিন্তু সকলো ঠিক কৰি আহিলো।

তাই বিবৰ্ণ হৈ গ'ল।

দেউতা?

মা ?

মোক আগতে এবাৰ কথাবোৰ কোৱা উচিত নাছিল জানো ? এই বিষয়ত মোৰ নিজা মতামতো থাকিব নোৱাৰে নেকি দেউতা ??

মই জানো মা, তুমি মোৰ কথা নেপেলোঁৱা। লৰাজনৰ বংশ মৰ্য্যাদা আছে। সেই মনোজ নে কি, তাৰ কথা মই নভবা নহয়। কিন্তু সি বৰ দুখীয়া মানুহৰ ল'ৰা। এসাঁজ খালে আন সাঁজলৈ ভাবিব লাগে। তেনে এজন লৰাক মই আৰু তোমাৰ দৰে ছোৱালী এজনী অৰ্পণ কৰিব পাৰোনে মা ? কোঁৱাচো'ন মা জনী ??

কথা কেইষাৰ মনোজে ভালকৈয়ে শুনিলে। মনটো তাৰ বিষাক্ত হৈ গ'ল। গাটো শৰশয্যাত শোৱাৰ দৰে লাগিল। দৰিদ্ৰতাৰ অপমান, সিও মৰমীজনীৰ দেউতাকৰ পৰা নিজ কাণেৰে শুনি সি সহ্য কৰিব নোৱাৰিলে।

লাহে লাহে তাৰপৰা ওলাই আহিবলৈ বাধ্য হ'ল। চাৰিওপি.ন এবাৰ ফুৰিচাকি আহি ম্লান বদনে ঘৰ পালেহি।

ৰাতি ভাতপানী নোখোৱাকৈ সি শুই থাকিল। গোটেই ৰাতি তাৰ টোপনি নাই। ৰাতি প্ৰায় চাৰিমান বজাত সি বিচনাৰ পৰা উঠি এখিলা কাকতত লিখা আৰম্ভ কৰিলে—



*মাধৱী,*

*মই জানো, বাওনা হৈ চন্দ্ৰলৈ হাত মেলিলে, মৰীচিকাত পানী বিচাৰি হাবাথুৰি খালে— ফল একো নহয়। তোমাৰ বিয়াত দিবলৈ মোৰ একোৱেই নাই! হিয়াভৰা আশীৰ্বাদ থিনিহে আগবঢ়ালোঁ। ইতি—*

*তোমাৰ— "মনোজ"*

ৰাতিপুৱাৰ লগে লগেই সি ট্ৰেইনত উঠিল।

ইপিনে মাধৱীৰো সেই একেই অৱস্থা, পিছদিনা মনোজক বিচাৰি গৈ মনোজৰ পঢ়া কোঁঠালীত চিঠিখন পাই বুকুখন ভাগি যোৱাৰ দৰে পালে। কিছুপৰৰ মূৰত পুনৰ ঘৰলৈ উলটি আহিল। বাতৰি পালে মনোজ নাই। দেউতাকৰ মতত মত দিবলৈ বাধ্য হ'ল। বিয়াখন হৈ গ'ল।

পোনাৰ জন্ম হ'ল। বাৰ্ষিক উৎসৱ হ'ল যোৱাকালি। আজি এতিয়া— তাই বেগখন লুকালে। মনে মনে কৈ উঠিল—।

মনোজ! তুমি যদি ইমান থিনিয়েই, পলাইছিলা কিয় ? তুমি নাজানা, মই নাৰী, মোক তুমি নকল বুলি ভাবিছিলা নহয় ?

তাই বিছনাখনত গৈ শুই শুই কান্দিব ধৰে। এনেতে

অজয়ে কোৰ্টৰ পৰা আহি পোছাক খুলি তাইৰ ওচৰলৈ গৈ মাতিব ধৰিলে। তাই লৰালৰিকৈ চকুলো মচি উঠিল।

তোমাৰ লগত মোৰ বিশেষ জৰুৰী কথা আছে।

কওক।

তুমি সদাই এনেকৈ মন মাৰি থাকা কিয় ?

ক'তা ?

যোৱাকালি ইমানবোৰ মানুহৰ আগত তুমি যি কৰিলা, সেয়া জানো শোভনীয় হৈছে ? মোৰ জানো অন্তৰ নাই ? মোৰ জানো দুখ সুখ নাই ? মই জানো তোমাৰ পৰা সকলো পাবলৈ আশা কৰিব নোৱাৰো ?

আপুনি কি কৈছে ?

মোৰ কথা তুমি নেভাবিব পাৰা, কিন্তু কমপক্ষে পোনাৰ কথাতো তোমাৰ ভবা উচিত আছিল। মইনো তোমাৰ কি অপৰাধ কৰিছো ?

হৈছে আৰু বেছি নকব।

নহয়। তোমাৰ যি হৈছে আজি মোক ভালকৈ কোঁৱা।

তাই হুক্ হুক্কৈ কান্দিব ধৰে। এনেতে সি গৈ তাইৰ চকুলো মচি দি কলে—

এইয়া অৱশ্যে আইনত মোৰ অধিকাৰ আছে সঁচা, কিন্তু………অন্তৰেদি ইয়াৰ পৰা বঞ্চিত। মাধৰী বহুত



আশা বুকুত লৈ তো-তোমাক………। বাকী খিনি ক'ব নোৱাৰিলে।

কথা কেইষাৰে তাইৰ বুকুত হানিব ধৰে। আৰু বেচিকৈ কন্দা আৰম্ভ কৰি দিলে। এনেতে পোনা আহিল। মাকক কন্দা দেখি সিও কান্দি কান্দি দেউতাকক কলে—দেউতা ? দেউতা ? মাই কান্দিছে কিয় ? দুই হাতে তাক সাৱটি ধৰি ক'ব ধৰিলে— একো হোৱা নাই পোনা। ময়েই ইয়াৰ বাবে দায়ী। কাৰোবাৰ কাল্পনিক তোৰণ ভাঙ্গি ধুলিসাৎ কৰিছো। সেইবাবে তোমাৰ মাকে সদাই কান্দি থাকে।

তই বেয়া মানুহ, নহয় দেউতা ?

কথাষাৰ কোৱাৰ লগে লগে অজয়ৰ চকুৰে দুকুল ভাঙ্গি বাগৰি আহিব ধৰিলে বৰ্ষাৰ প্লাৱনৰ দৰে তপ্ত অশ্ৰু।

মাকে চিঞৰি উঠিল—

পোনা ?

তাইৰ চিঞৰত পোনা তাইৰ পিনে চায়। সি হুক্ হুক্কৈ কান্দি লাহে লাহে ক'ব ধৰিলে।

হয়, পোনা! মই! মই বৰ! বৰ বেয়া মানুহ।

[ ৮ ]

মই বৰ বেয়া মানুহ। মই বৰ বেয়া মানুহ নহয়?

কথাষাৰ কৈ ডল, ডালিৰ ওছৰত থিয় হ'ল। ডালিয়ে বিৰক্তিৰ সুৰত তাইৰ পিনে চাই উত্তৰ দিলে—

ভাল মানুহ হোৱা হলে লোকৰ ঘৰত এইদৰে পঁচিশটো টকাৰ কাৰণে চাকৰি কৰিবলৈ আহোনে?

এহ্ তই বুজা নাই।

কি ক'ব খুজিছা, বুজাই নোকোঁৱা কিয়?

মই ইয়াত কিয় আছো জানা?

কিয়?

অলপ হাঁহি মূৰ খজুৱাই ডলে উত্তৰ দিলে—

এই, তই আছা, মানে তই ভাল পা।

কি?

তাইৰ গহীন সুৰৰ প্ৰশ্নটো শুনি সি সুৰ সলনি কৰি কয়—



মানে মই তোক ভালপাওঁ। তইও-মানে-মোক-।

কথাষাৰ শেষ নকৰি নিৰ্ব্বাক হ'ল।

মই তোক ভালপাওঁ নহয়?

ওঁ! হয়।

কোনে ক'লে?

তইয়ে কলি দেখোন।

মই কৈছো? মোৰ আৰু কাম নাই?

সঁচা?

সঁচা নহৈ মই কিবা মিছা কৈছোনে?

বাৰু! বাৰু! মই বেয়া মানুহ নহয়? সেইবাবে তই মোক উপেক্ষা কৰিছা। বাৰু ইয়েই শেষ। আৰু তোৰ ইয়ালৈ মই কেতিয়াও নাহো। ডালি! মোৰ যদি কিবা ভুল হৈ গ'ল, তেন্তে ক্ষমা কৰিবি। সঁচা মই তোৰ যোগ্য নহওঁ। যদি কেতিয়াবা যোগ্য হ'ব পাৰো তেন্তে তোক বিচাৰি নিশ্চয় আহিম—।

কথা কেইষাৰ গদ্ গদ্কৈ কৈ ডল তাৰপৰা ওলাই আহিল। অজয়ৰ লগত কিবা অলপ কথাপাতি তাৰ সৰু বিছনাখন বান্ধি লৈ ঘৰৰ বাহিৰলৈ ওলাল। কলৈ গ'ল কোনে জানে?

ইপিনে অজয় কোর্টৰ পৰা ক্লান্ত হৈ ঘৰলৈ আহে। পোছাক যোৰ খুলি মাধৱীৰ ওচৰলৈ যায়।

মাধৱীৰ সেই শাওনৰ সজল মেঘাচ্ছন্ন জোনটিৰ দৰে মুখখনৰ পৰিবৰ্ত্তন একো নাই। অজয়ে তাইৰ মুখখন দেখি এটি দীঘল হুমুনিয়াহ কাঢ়ে।

মানুহে জীৱন সঙ্গিনী বিচাৰে কিয়? ঘৰ পাতে কিয়? অকল কামনা চৰিতাৰ্থ কৰিবৰ বাবেই নেকি?

জীৱন সংগ্ৰাম মৰীচিকাময়। সংগ্ৰামত ক্লান্ত হৈ তৃষ্ণিত হৰিণৰ দৰে শীতল ফটিক পানী এটোপা পাবলৈ জীৱনৰ শেষ বিন্দু তেজ থকালৈকে দৌৰি ফুৰে। ই সৃষ্টিকৰ্ত্তাই বান্ধি দিয়া নিয়ম। ভাগ্য বিশেষে হয় ইয়াৰ লঙ্ঘন।

এই নিয়মৰ বশবৰ্ত্তী হৈ পুৰুষে নিজকে অৰ্পণ কৰে নাৰীৰ হাতত, কেৱল শান্তিসুধা পান কৰিবৰ আশাত।

কিন্তু প্ৰত্যেকৰ ভাগ্যত মিলে জানো? শান্তিৰ পৰিবৰ্ত্তে যদি দুখ ওলাই তেন্তে? সাগৰ মন্থন কৰোতে অমৃতৰ লগত ওলাল বিষ। কোনেৱে ইয়াক পান নকৰাত দেৱাদিদেৱ মহাদেৱে সেচ্ছাই পান কৰিলে। তেওঁ স্বৰ্গীয় দেৱতা। অজয় মানুহ। এইখন সঁচা-মিছা পৃথিবীৰ মানুহ। তেজ মঙহৰে গঢ়া সাধাৰণ মানুহ। দেৱতাৰ অংশ বিশেষ। নোৱাৰে সহিব। কৰিব লগীয়াও একো নাই।



ইপিনে মাধৱী! বিয়াৰ পিছৰ পৰা কোনোমতে নিজকে খাপ খুৱাই ল'বৰ বাবে চেষ্টা কৰিছিল। প্ৰায় কৃতকাৰ্য্যতাৰ বাটত আগবাঢ়িছিল। কিন্তু সিদিনাৰ পৰা তাই যেন পকী ঘৰ, ধন দৌলতৰ মাজত থাকিও জীৱন্ত সমাধীৰ যন্ত্ৰণা ভোগ কৰিছে।

ইয়াৰ মীমাংসা নাই জানো?

এনেতে সিপিনৰ কোঠাত থকা ফোনটো ক্ৰিং ক্ৰিং কৈ বাজিব ধৰিলে। অজয়ে গৈ ফোন ধৰিলে।

হেলো! হু ইচ স্পিকিং?

মই ভূঞা।

ওঁ কওক?

মাধৱী আছে?

আছে।

মাতি দিয়ক।

অলপ ৰব।

কথাষাৰ কোনোমতে কলে। মুখখন ক'লা পৰি গ'ল। এখোজ দুখোজকৈ সেই কোঠালৈ গৈ মাধৱীক কলে—।

তোমাক মাতিছে—।

তাই বিছনাখনৰ পৰা উঠি গৈ ফোনটো ধৰি কোৱা আৰম্ভ কৰে।

হেলো ?

ওঁ, কওঁক, মই মাধৱী !

তুমি, সিদিনা যি কৰিলা সঁচাকৈ ভালৰ বাবে কৰা নাই। তুমি কি ভাবা অইন এজনে শান্তি পাইছে ?

ওঁ।

সঁচাকৈ মাধৱী, মই নেজানো যে তোমাৰ বিয়া বৰুৱাৰ লগতে হৈছে। আৰু এই চহৰতে মই হাকিম হৈ আহিব লগা হ'ল। কব নোৱাৰো, ভাগ্য নিয়ন্তাই কি লিখিছে।

বাৰু যিহক তুমি চিন্তা নকৰিবা। মোৰ কথা নেভাবিবা মই তোমাক পাহৰি গৈছো মাধৱী ! সঁচাকৈ পাহৰিছো। তুমিও চেষ্টা কৰিলে নিশ্চয় পাহৰিব পাৰিবা। এয়া মানৱ জাতিৰ নিয়ম নহয় ! বুজিছা ?

কথা কেইষাৰ কওঁতে তাৰ কেতিয়া চকুলোৰে গাল তুথন তিতি গ'ল সি কবকে নোৱাৰিলে। ইফালে মাধৱীৰ অৱস্থা তাতোকৈও ভয়াবহ।

ফোনটো লৰালৰিকৈ থৈ চকুপানী মচি সকলো বেদনা লুকাব খুজিলে। কিন্তু নোৱাৰিলে। মন লৈ ধেমালি কৰা আৰু ঘিউৰে জুই নুমাব খোজাৰ ফল একে নহয় জানো ?



'ফেচ্ ইজ দি ইনডেক্স অফ্ মাইণ্ড' বুলি এনেয়ে কৈছে জানো ?

অজয়ে সকলো লক্ষ্য কৰিলে। কবলগীয়া একো নাই। বুজিবলৈও একো নাই। আছে কেৱল সীদ্ধান্তত উপনীত হবলৈ।

[ ৯ ]

আঁহত গছজোপাৰ ঠিক ওচৰতে সেই চাৰ্ক্‌ইট হাউচটো। তাত বহুতো মানুহৰ সমাগম হৈছে। বোধকৰো মিলিটেৰীত মানুহ ভৰ্ত্তি কৰিব ধৰিছে।

কিছুমান মানুহ শাৰী পাতিছে। লগে লগে এজনৰ পিছত এজনকৈ বুকু, দৈৰ্ঘ্য ইত্যাদি মাপিব ধৰিছে। এইবাৰ ডল আহি বুকু ওফন্দাই থিয় হ'ল। এনেতে চিপাহীজনে ফিটা ডোখৰেৰে বুকু মাপি বুকুত লিখি দিলে।

চৌত্রিশ ইঞ্চি।

সি গপ্‌ গপ্‌কৈ যোৱা আৰম্ভ কৰিলে। পিচত দৈৰ্ঘ্যটোও মাপ কৰি ললে। বোধকৰো নিৰ্ব্বাচিত হ'ল।

সি সমুখত ৰৈ থকা মিলিটেৰী গাড়ীখনত উঠাত উদ্যত। এনেতে হঠাত তাৰ পৰিচিত মিহি নাৰীকণ্ঠ শুনি সি উচপথাই ঘূৰি চালে।

ডল! ডল!!

হুঁ! কোন?



ডল!

তাৰ চিনিবলৈ বাকী নাথাকিল। তাই ডালি দেখোন। ওচৰত থিয় হৈ থকা অফিচাৰ জনৰ পিনে চাই কলে—।

চাৰ! মই অলপ।

কথাষাৰ কৈ ডালিৰ ওচৰলৈ গ'ল। ডল, এইয়া তই কি কৰিলি?

এৰা, তই আকৌ ইয়াত কিয়?

ডল?

অঁ, মোক অকামিলা বুলি ভাবিছিলি দেখোন।

ডল? মই তোক এনেয়েহে কৈছিলো। বাৰু ডল এতিয়া উভতি ব'লা।

কেনেকৈ যাম? মই দেখোন পোন্ধৰ বছৰীয়া বণ্ডত চহী কৰিলো।

পোন্ধৰ বছৰ!

ওঁ।

সৰ্ব্বনাশ।

একো নাই। দেশৰ বাবে, জাতিৰ বাবে সেৱা কৰাতকৈ আন কিবা শ্ৰেষ্ঠ হ'ব পাৰেনে?

ডল, যুদ্ধলৈ গলে দেখোন মৰিবি।

ছিঃ, তেনে কথা নকবি! অপদাৰ্থ হলেও মই দেশক সেৱা কৰাৰ উপযুক্ত। মৰিলেও স্বৰ্গ লাভ হ'ব।

ডল, তুল নুবুজিবি, ব'ল উলটি যাওঁ। তোৰ লগত আৰু কেতিয়াও কাজিয়া নকৰো। সঁচা কৈছো, কেতিয়াও নকৰো।

সঁচা নহয়, মিছানে কি? দেশৰ বাবে প্ৰাণ দিব পাৰিলেও ভাগ্য বুলি ভাবো।

এনেতে অফিচাৰ জনে মাত লগালে।

এয় চল আও? গাড়ী ছৰেগা অভি! ডল?

ডালি যাগৈ এতিয়া, সঁচাকৈ তই যদি মোক ভালপাৱ তেন্তে নিশ্চয় উভতি আহিম।

ডল, তই অকণো বুজিবলৈ চেষ্টা নকৰিলি, ড–ল!

তাইৰ চকুৰ কোণেদি দুধাৰি চকুলো ওলাই আহে। ডলে চকুলো দেখি অলপ দুখৰ সুৰত কলে—

ডালি·········যা।

ৰবা।

অতি আচৰিত কথা। তাই তাইৰ হাতৰ খাৰু আৰু ডিঙিৰ হাৰডাল খুলি ডলৰ পিনে আগুৱাই দি—

এইয়া ল'।

সি আচৰিত ভাৱে অলঙ্কাৰ কেইপদ লৈ—

ডালি, তই ইমান মহান। তই ইমান উদাৰ। সঁচাকৈ মই ধন্য মানিলো। তোৰ অন্তৰত ইমানখিনি দেশভক্তি।



তই নাৰী হৈ যদি দেশৰ প্ৰতি ইমান ভক্তি ৰাখিব পাৰ, মইনো দেশৰ বাবে শেষবিন্দু তেজ দিব নোৱাৰিম কিয়? ডালি? যাগৈ। মোক মাতিছে। যাবৰ সময় হ'ল।

সি গাড়ীখনৰ ওচৰলৈ গৈ তাইৰ পিনে এবাৰ চাই গাড়ীত উঠিল। সি গাড়ীখনত উঠাৰ অলপ পিছত গাড়ী ষ্টাৰ্ট দিলে।

তাই বিষাদ মনে ঘৰলৈ খোজ ললে।

ইপিনে আবেলিৰ অস্তগামী সূৰ্য্যৰ ৰঙা ৰশ্মীকণ ডাৱৰে আৱৰি পেলালে।

এন্ধাৰ, ঘন এন্ধাৰ।

লাহে লাহে সন্ধিয়া ৰাণীয়ে ক'লা চুলি কোচা মেলি দিলে।

ইপিনে বিবেক দংশনত দংশিত মনোজ। হাকিম। দিনটো কোনোমতে কোৰ্টৰ ব্যস্ততাৰ মাজত কটায়।

চাৰিটাৰ পিছত। মানুহজন একেবাৰেই বেলেগ ৰূপ লয়। সি যেন নিজকে পাহৰি যাবলৈ চেষ্টা কৰে। বিশেষকৈ বিগত জীৱনৰ দৃশ্যবোৰ। নাৰী বিদ্ৰোহী সি। ঘৰৰ পৰা যিয়া কৰিবৰ বাবে কিমান খাটিছে। কিন্তু কোনোমতে তাক মত কৰাব পৰা নাই।

কোর্টৰ পৰা আহি নেপালি লৰাটোৰে ভাজি দিয়া মাংস কেইপ্লেটমান লৈ অকলে অকলে বটলৰ পিছত বটল শেষ কৰিছে ।

হুপি, হুপি, অজ্ঞান হোৱাৰ পিছত কোনোমতে দুগৰাহমান ভাত মুখত দি ৰাতিটো কটায় । আকৌ প্ৰায় ন'মান বজাত টোপনিৰ পৰা উঠি চাহ জলপান শেষ কৰি পিছত খোৱা লোৱা কৰি কোর্টলৈ যায় ।

আবেলি হলে সেই দৃশ্যৰ আকৌ পুনৰাভিনয় ।

এনেকৈ মানুহ বাচে জানো ? বনত জুই লাগিলে মানুহৰ দৃষ্টিগোচৰ হয়, কিন্তু মনত জুই লাগিলে মানুহ দেখে জানো ?

তাৰ অন্তৰত দাবানল জ্বলা নাই বোধকৰো । জ্বলিছে তুঁহৰ জুই ।

গতানুগতিক ৰীতিমতে এটা বটলৰ পিছত আন এটা বটল শেষ কৰি ঢলি পৰিছে । এনেতে দুৱাৰত কোনোবাই কলিং বেলটো টিপিলে । সি ঢলং পলংকৈ তাৰপৰা উঠি দুৱাৰৰ ওচৰ চাপিলগৈ । দুৱাৰখন খোলাৰ লগে লগে বৰুৱাক দেখি দি আচৰিত হয় ।

বৰুৱা ! নৱজীৱন বৰুৱা, তেওঁ এজন হাকিম । মনোজ



ভূঞাৰ প্ৰতিবাসী ।

এৰা, বৰুৱা দেখোন ?

হয় ।

আহক ভিতৰলৈ ।

সি ভিতৰলৈ খোজ লয় ।

কি কৰিছে ?

দীঘল হুমুনিয়াহ কাঢ়ি…… ।

কি আৰু কৰিম ? নিতৌ যি কৰো আজিও তাকেই কৰিছো ।

এহ্ ভাই, আপোনালোক বিয়াবাৰু নকৰা মানুহ আপোনালোকৰ কথাই বেলেগ ।

ওঁ । হাঁঃ । হাঁঃ । হাঁঃ ।

হাঁহিলে দেখোন ।

ওঁ ।

কিয় ?

Wearer best knows where the shoe pinches.

আপোনাৰ আকৌ কি হ'ল ?

বিচিত্ৰ জগত……… । কোনোৱাই নেপাই…… !!

আপুনি নাজানে ভূঞা, মই এই কুহকিনীক লৈ জীৱনটো

কি বিষময় কৰি তুলিলো। দেউতাই কিমান আপত্তি কৰিছিল, বিয়াখন লৈ। সঁচাকৈ আমাৰ ভাৰতীয় সভ্যতা পাশ্চাত্য সভ্যতাতকৈ কিমান ওখ খাপৰ সভ্যতা।

সিপিনে আকৌ নজৰ দিলে কিয় ?

এই ধৰক এজনীক অলপ ভাল পালেই Love হোৱা বুলি কওঁ— লগতে বিয়াও কৰাওঁ। ভাৰতীয়ৰ মতে আগে বিয়া, পিছে প্ৰেম, ভালপোৱা। আমি ভুল কৰো, সিপিনৰ বতাহ পাই নিজকে খাপ খুৱাব নোৱাৰাত গা এৰি দি…।

কি হ'ল, খুলি কওক না ?

এই, সেইজনীৰ লগত কিমান খেং খেং কৰি থাকিব ? সদাই ইটো নাই সিটো নাই। এইয়া নকৰিবা, সেইয়া নকৰিবা। কিন্তু কোনো কথাৰে সমাধান নাই। কোনো মতেই শান্তি নাই।

আপুনি দেখোন লভ্ মেৰেইজ কৰিছিল বুলি কলে ?

নেচাৰেল মেৰেজৰ কথা কব নোৱাৰো। কিন্তু লাভ্ মেৰেজ বিষময় বুজিছে! তাত অকণো শান্তি নাই। অকণো শান্তি নাই!

শান্তি পাব খোজে নেকি ?

উপায় নাই।

আছে।



কেনেকৈ ?

আপুনি দেখোন কবিতা লিখে।

তাতো শান্তি নাই।

আহক ?

কলৈ ?

আহকচোন সেই কোঁঠালীটোলৈ যাওঁ।

দুয়ো অইন এটা কোঁঠালীলৈ আগবাঢ়ে। টেবিল এখনত বটল ভৰ্ত্তি হৈ আছে। কেইটামান সুদা বটলো আছে তাত।

এৰা, আপুনি কলৈ নিছে ?

বহক, সেইখন চেয়াৰত বহক।

মনোজৰ কথাত আপত্তি নকৰাকৈ নৱজীৱন বৰুৱা বহিল। মনোজে এটা বটল খুলি নিজে এগিলাচ আৰু বৰুৱাক এগিলাচ ঢালি দিলে।

নৌ, নো।

কিয় ? শান্তি পাব খুজিছে দেখোন।

ইয়াক পান কৰিলে জানো শান্তি পায় ?

নিশ্চয় শান্তি পাব। লগতে কবিতা সাধনাত সুবিধা হ'ব।

ওঁ, বুজিছো।

জানে, ওমৰ খৈয়ামে কি কৈছিল ?

ইট ড্রিঙ্ক এণ্ড বি মেৰি।

ওঁ!

তেন্তে আপত্তি কৰি লাভ আছে জানো?

হাঃ। হাঃ। হাঃ।

হাঁহিছে?

ভূঞা।

কওক।

সেই ওমৰ খৈয়ামৰ দিন আৰু নাই। মই জানো, তাতো তেওঁ শান্তি পোৱা নাছিল। আচলতে শান্তিটো বেলেগ বস্তু। বেলেগ 'চিজ' মিঃ ভূঞা।

তেন্তে?

ডণ্ট মাইণ্ড্। আপুনি ইবোৰ বাজে বস্তু খোৱা এৰক।

এৰা, আপুনি কি কৈছে?

বেয়া নাপাব। এনেয়ে যি ভুল এবাৰ কৰিছে তাৰে শুধৰণী হয় নে নাই কব নোৱাৰো। আকৌ নতুন ভুলৰ পিনে আগ নাবাঢ়িব। বাৰু, যাওঁহে। যোৱাৰ আগতে আৰু এষাৰ কথা কওঁ— You are spoiling your life day by day.

সি এখোজ দুখোজকৈ ওলাই আহিল।

ভূঞা অকলে।



হাঁ, হাঁ, হাঁ, কি মানুহ? আজিৰ দুনীয়া খনতো এনে মানুহ আছে।

তাৰ পাচত অকলে খোৱা আৰম্ভ কৰিলে। এগিলাচ, দুগিলাচকৈ দুবটল শেষ কৰাৰ পিছত— দেহাটো সুস্থিৰে ৰাখিব নোৱাৰি গিলাচটো হাতত লৈ থিয় হ'ল। এনেতে সমুখৰ আৰ্চীখনত নিজৰ ছবিখন ভাঁহি উঠিল। নিজে নিজে ছবিখনলৈ লক্ষ্য কৰি ক'ব ধৰিলে—

মনোজ! মনোজ!! তুমি, তু-মি-ঠিকেই, ঠি-কে-ই ক-ৰি-ছা।

নাই······।

কোন?

মই······।

মা মা-ধ-ৱী? তু-মি, ই-য়া-ত? তু-মি, ই-য়া-ত কিয় মাধৱী? তো--তোমাক ম--ই ম--তা নাই নহয়। কি ভাবিছা? মো--মোৰ কিবা দুখ হৈছে জানো? ম--মই··যি-কৰো, তাকে কৰিম। তুমি--তুমি কিয় আহিছা? তু-মি-কি--কি--য় আ--হিছা মাধৱী। মাধৱী।

চিঞৰি কয়।

তোমাৰ কি হৈছে?

একো হোৱা নাই।

কিয় তেন্তে নিজকে ধ্বংস কৰিছা ?

কোনে কয় ? ধ্বংস কৰা বুলি, কোনে কয়— ??

মই কওঁ। মই কওঁ।

চেট্-আপ্ ।

মই কওঁ ধ্বংস হৈছা, ধ্বংস হৈছা ।

সি জোৰকৈ চিঞৰি উঠে ।

চুপ্ কৰ। গেট আউট। গেট আউট। গে—ট আ—উ—ট !

তুমি ধ্বংস হৈছা ! তুমি ধ্বংস হৈছা ! তুমি ধ্বংস হৈছা !

হাতত থকা গিলাচটো আয়নাখনলৈ দলি মাৰি দিলে। ঠংকৈ শব্দ হৈ আৰ্চীখন ভাঙ্গে। এনেতে সি বাগৰি পৰে। শব্দ হোৱা দেখি বাহাদুৰ দৌৰি আহে ।

বাবু! বাবু!

সি বাগৰি থকা দেখি তাৰ গাত ধৰি— বাবু! বাবু!

হুঁ ।

বাবু ?

কোন, বাহাদুৰ ?

হয় ।

কি হৈছে ?

উঠক ! আপুনি দেখোন বাগৰি আছে ?



হুঁ ।

উঠক ।

বাহাদুৰ··· ?

উঠক ।

সি মনোজক হাতত ধৰি উঠায়। মনোজ টেবিল খনৰ ওচৰলৈ গৈ টেবিলত ধৰি থিয় হয়।

কলৈ গ'ল ?

কোন ?

এতিয়াই যে আহিছিল এজনী মাইকী মানুহ ?

ক'তা অহা নাই দেখোন।

অহা নাই ? অহা নাই ? নে পলাইছে ???

I will beat her ! I will kill her.

টেবিলখনৰ ড্ৰয়াৰটো খুলি—

Where is my bag ? Where is my bag ?

কি কৈছে ?

মোৰ বেগখন কোনে নিছে ? মোৰ বেগখন কোনে নিছে ??

ক'ত মইতো দেখা নাই ।

দেখা নাই ? কোনে নিছে ভালকৈ ক'। ভালকৈ ক' বা–হা–দুৰ ? ( চিঞৰি দিয়ে )

মই নেজানো বাবু ।

নেজান ?

নাই নেজানো বাবু। বাক পিচত পাব। এতিয়া সেইবোৰ এৰি দিয়ক। আহক এতিয়া শোৱক।

I want my bag. যদি নেপাওঁ বুজিছা— তুম্‌কো জেলমে ভেজ দুঙ্গা।

এখোজ দুখোজকৈ আহি বিচনাখনত বাগৰি পৰে। বাহাদুৰে কোনোমতে স্বস্তিৰ নিশ্বাস এৰি আঁতৰি যায়।

ইপিনে ৰঞ্জা, ঘৰলৈ গৈ পোৱাৰ লগে লগে তাই চিঞৰি উঠে।

এই এতিয়াহে আহিছে ?

ওঁ, কি হ'ল কোঁৱা ?



[ ১০ ]

এনেকৈ ইমান ৰাতিলৈ ফুৰিলে চলিব কেনেকৈ ?

সদাই তোমাৰ লগত থাকিব লাগে নেকি ?

কোনে কৈছে মোৰ লগত থাকিবলৈ ? ঘৰখনত কি আছে··· কি নাই এইবিলাকৰ খবৰ কৰিব নেলাগে জানো ?

মই আৰু কিমান কৰিম ?

কৰিব নোৱাৰা ঘৰলৈ যোৱা।

কি ?

দেউতাকৰ ঘৰলৈ গুছি নোযোৱা কিয় ? ইয়াত তেনে জমিদাৰী নাই যে মই তোমাক সন্তুষ্ট ৰাখিব পাৰিম।

বাৰু, কালিলৈয়ে যাম। ভয় কৰা বুলি ভাবিছে নেকি ?

নাই, নাই, তোমাক ভয় কৰা বুলি ভবা নাই। ই কেতিয়াও হ'ব নোৱাৰে।

সেইবাবেই হবলা কৈছিল— "কল্পনা মই তোমাক কিমান ভাল পাওঁ। তুমি নহলে মই জীয়াই থাকিব নোৱাৰিম।" ইয়েই তাৰ পৰিনাম ?

সেয়া কলেজীয়া জীৱনৰ ৰোমাঞ্চকৰ কথা বুজিছা। তোমাৰ এনে স্বভাৱৰ কথা জানিলে কেতিয়াও নকলোহেঁতেন।

বাৰু! কোনোমতে ৰাতিটো পুৰাবলৈ দিয়ক।

হৈছে আৰু ধমক নিদিবা। যি ভাল দেখা তাকে কৰাগৈ। মানুহে শান্তি পাব বুলি তোমালোকৰ সঙ্গ লয়। কিন্তু পায় কি? জীৱন্ত মৰুৰ উত্তাপ।

তাই নিমাত। বৰুৱাই ভিতৰৰ আন এটি কোঁঠালীলৈ খোজ লয়।

* * * *

অজয়ে তাৰ অফিচ্ ৰুমত বহি কিবা এটা কেচৰ আৰ্জি লিখিব ধৰিছে। বেঞ্চ দুখনত কেইজনমান মানুহ আহি বহি আছে।

এনেতে এজনী মাইকী মানুহ, লগতে এজন বুঢ়া আহি কোঠাটোত সোমাই তাক নমস্কাৰ কৰিলে। অজয়ে প্ৰতি নমস্কাৰ জনাই বহিবলৈ ইঙ্গিত দিলে। দুয়ো বহিল। অলপ পিচত সি লিখা শেষ কৰি নতুন এখিলা কাকত লৈ প্ৰশ্ন কৰিলে—

কওক?

বুঢ়াজনে মাইকীজনীৰ পিনে অঙুলিয়াই দি কোৱা আৰম্ভ কৰিলে –



মোৰ একমাত্ৰ ছোৱালী দেউতা— এই মালতীজনী। তাইক মই আজি প্ৰায় তিনি বছৰমানৰ আগতে হৰিশৰ লগত বিয়া দিলো। তাইৰ বিয়াৰ আগতে দেউতা, হৰিশৰ বাপেকে বহুত টকাও ললে। মোৰ যিহেতু একমাত্ৰ ছোৱালী, গতিকে তাইৰ ভৱিষ্যত সুখৰ পিনে চাই বিয়া দিলো।

বিয়াৰ পিছৰে পৰা হৰিশে দেউতা, মোৰ ছোৱলীৰ লগত ভাল ব্যৱহাৰ নকৰা হ'ল। মাজে মাজে সৰুসুৰা কাজিয়া লাগিয়ে থাকে। কেতিয়াবা, কেতিয়াবা, মই গৈ সিহঁতৰ কাজিয়া মিট–মাট কৰি দিওঁ।

ওঁ, তাৰ পিচত কি হ'ল?

বুঢ়াই একেথিৰে মুখস্থ মাতি যোৱাৰ দৰে কৈ গ'ল।

তাৰপিছত দেউতা যোৱা বছৰত এটি পুত্ৰ সন্তান জন্ম হ'ল। সিহঁতৰ কাজিয়া যেন দুগুণে বাঢ়িল।

তাৰ পিছত?

তাৰ পিছত কি হ'ল? মা, মালতী তুমিয়েই কোঁৱা।

তাৰ পাচত যোৱা সপ্তাহত এদিন আবেলি তেওঁ হঠাত পিস্তল লৈ মোক গুলী কৰিব খুজিছিল।

পিস্তলেৰে গুলি কৰিলে নেকি?

হয়।

ক'তা গুলি লাগিছে নেকি?

হঠাৎ আমাৰ চাকৰটো আহি তেওঁৰ হাতত ধৰাত গুলিটো ওপৰলৈ গ'ল। কোনোমতে মই ৰক্ষা পালো।

ওঁ। তোমাৰ লগত তোমাৰ স্বামী হৈ ইমান বেয়া ব্যৱহাৰ কৰাৰ কাৰণ কি ?

তেওঁ মোৰ ওপৰত সন্দেহ কৰে।

কেনেকুৱা ?

আমাৰ গাওঁৰ এজন ডেকা ল'ৰা.......।

ওঁ। ওঁ। কোঁৱা কি হ'ল ?

মানে, সেই ডেকাজন চাকৰি পাই আমি থকা চহৰখনত আহিছেহি। তেওঁৰ লগত মোক সন্দেহ কৰে।

* * * *

হঠাত অজয়েমূৰ ঘূৰোৱাৰ দৰে পালে। তাৰ মনটো যেন তাৰপৰা উৰি গ'ল ঘটি যোৱা এটি বিষময় দৃশ্যলৈ। মূৰটো গুজি দিলে টেবিলৰ ওপৰত।

কলৈ.........?

সেই নিজৰ জীৱনৰ বিগত ঘটনা এটিলৈ।

কি ঘটনা ?

এদিন সন্ধিয়া। অফিচ ৰুমৰ পৰা ওলাই আহি মাজৰ কোঠাটোলৈ কিবা বিচাৰি গৈছিল সি। ঘড়ীটো টিক্ টিক্কৈ চলি আছিল তেতিয়া। সময় প্ৰায় চাৰে সাতমান হৈ গ'ল।



টেবিলৰ ওপৰত ৰেডিঅ'টো।

ৰেডিঅ'টোৰ চাবিটো ঘূৰাই আছে। এনেতে হঠাত সিফালেদি চকু পৰিল, এখন বেগ। বেগখন থিয়কৈ থোৱা আছে। তাত ভুখনি ছবি।

এখনি মাধৱীৰ। আনখনি সেই হাকিম চাহাবৰ। মনোজ ভূঞাৰ।

ছবি ডুখন দেখি অজয়ৰ মনটো বিষময় হৈ উঠিল। মূৰ গৰম হ'ল। গাৰ নোম শিয়ৰি উঠিল। মূৰটো খজুৱাব ধৰিলে। সমস্যা ভীষণ। সমাধানৰ বাট আছে জানো ?

নাৰী ! নাৰী !! বিশ্বাষঘাতকিনী নাৰী। তাইক লৈয়ে ইমান খিনি সুখৰ সপোন দেখো। তাইৰ বাবেই দিনে নিশাই কপালৰ ঘাম মাটিত পেলাই টকা আৰ্জো। তাইৰ বাবেই জীৱনৰ প্ৰতিটোপাল তেজ পানী কৰিব ধৰিছো।

সিদিনা আবেলি বোধকৰো, মাধৱী হাকিম চাহাবৰ তালৈ গৈছিল ! নহলে কলৈ যাব ? আকো মনত পৰিল পোনাৰ জন্মবাৰ্ষিকি উৎসৱৰ দিনৰ সেই ঘটনাটো। তাই সেই কাৰণেহে চকুলো টুকি টুকি গানটো গাইছিল !

কিন্তু তাইৰো দোষ নাই— কিয় ?

হাকিম চাহাবক তাইতো মাতিব যোৱা নাছিল। মাতি আনিছো মই, পৰিচয় কৰি দিছো মই। হাঃ, হাঃ, হাঃ।

সকৰে পৰা তাইৰ লগত পৰিচয়, বন্ধু। তাক মই আকৌ পৰিচয় কৰি দিছো।

পুৰুষ! আমিয়েই পুৰুষ। ইমাম অজলা আমি।

কিন্তু মোৰো উপায় আছিল জানো? নামাতিম কিয়? মোৰ ল'বাৰ জন্ম উৎসৱত নামাতিম নো কিয়?

নাই, নাই মই অজলা হম কিয়? মইতো নেজানো, তাইৰ বিগত দিনত কি ঘটিছিল।

দেউতা! দেউতা ইয়াৰ বাবে দায়ী। কিন্তু দেউতাৰেই বা দোষ হয় কেনেকৈ? তেওঁতো মোৰ দৰেই অজ্ঞ।

ইবিলাক কথা ভাবি থাকোতে হঠাত মাধৱী আহি ওলাল। সি মাধৱীৰ পিনে এবাৰ গহীনাই চাই মাত লগালে—

মাধৱী?

কওক।

কলৈ গৈছিলা?

মনোজ ভূঞা, হাকিম চাহাবৰ তালৈ।

কিয় গৈছিলা?

এনেয়ে।

সি ধৈৰ্য্য হেৰুৱাই চিঞৰি উঠে।

কিয় গৈছিলা?



তাই কঁপি কঁপি উত্তৰ দিলে—

কৈছো নহয় এনেয়ে।

তুমি তাক ভালপোৱা?

মিছা কথা—।

তুমি তাৰ লগত প্ৰেম কৰা?

মিছা কথা!

মিছা কথা! মিছা কথা!!

সি তাইৰ কথাবিলাক শুনি খণ্ডত অগ্নিশৰ্ম্মাৰ দৰে হ'ল। আকৌ এবাৰ চিঞৰি কলে—

তুমি তাৰ লগত প্ৰেম কৰা?

মিছা কথা।

মিছা কথা? বুলি কৈ তাইৰ হাতত ধৰি লৈ গ'ল সেই কোঠাটোলৈ। সেই টেবিলখনৰ ওচৰলৈ। যিখন টেবিলত সেই বেগখন আছিল।

বেগখনত পৰিষ্কাৰকৈ দুখন ফটো দেখা গ'ল। এখন মনোজৰ, আনখন মাধৱীৰ।

এইয়া কি?

চিঞৰি কথাষাৰ কলে। মুখখন ইতিমধ্যে ঘামি অস্থিৰ। চকুযোৰ ৰঙা পৰিছে। তাৰ চিঞৰ শুনি তাই ভয়ত কঁপি উঠিল। বেচাৰী নিৰ্ব্বাক। উত্তৰ দিবলৈ একো নাই।

প্ৰেম জানো স্বৰ্গীয় বস্তু ? প্ৰেমতেই তাজমহলৰ সৃষ্টি ?

মাধৱীৰ প্ৰেমে তাৰ সলনি দিলে কি ? জীৱন্ত সমাধি।

তাইৰ পৰা একো উত্তৰ নোপোৱা দেখি দুই হাতেৰে ডিঙিটো চেপি ধৰে। তাইৰ প্ৰায় দম বন্ধ হয়।

এনেতে ড'লি আহি চিঞৰৰ বাখৰ লগাই দিলে। লগতে তাৰ হাত দুখনো এৰুৱাই দিলে। সি বাহিৰলৈ ওলাই আহিল। আকাশখন মেঘাচ্ছন্ন হৈছে। বোধকৰো ধুমুহা আহিব। সি ইপিনে সিপিনে ছট্‌ফট্ কৰিবলৈ আৰম্ভ কৰিলে।

এনেতে সি টেবিলৰ ওপৰৰ পৰা মূৰটো ডাঙিলে। দেখিলে আনখন জগৎ। তাৰ অফিচ ৰূম। মক্কেলৰ লগত কথা পাতি আছিল।

সি মূৰটো জোকাৰি লৈ কলে—

তুমি তাৰ ঘৰলৈ গৈছিলা ?

হয়।

সদায় যোৱা ?

নহয় ?

মাজে মাজে ?

নাই মাথোন তিনিদিন।

তাৰ পিছত ?

তাৰ পাছত আৰু যোৱা যাই।



তাৰ লগত তোমাৰ ভাল আছিল নেকি ?

বৰ্ত্তমান নাই।

অৰ্থাৎ, বিয়াৰ আগত আছিল ?

হয়। তাৰ লগত বিয়া নোহোৱাৰ বাবে সি পাহৰি গৈছে।

তুমি তাৰ ওচৰলৈ যোৱাত সি কি ক'লে ?

মোৰ ওচৰত ক্ষমা খুজিলে—।

কথাষাৰ শেষ হোৱাৰ লগে লগে সি আকৌ মূৰটো গুজি দিলে। মন পখী উৰি গ'ল। সেই সিদিনাৰ দৃশ্য এটিলৈ—।

পোনা বিচনাখনত শুই আছে। অজয়ে বাহিৰা কোঠাটোত অকলে বহি কিবা ভাবিছে। মাধৱীয়ে মাজৰ কোঠাটোৰেদি দুবাৰ মান অহাযোৱা কৰিছে। তাইক দেখিলে আজিকালি যেন অজয়ৰ খং মূৰৰ চুলিৰ আগ পায়গৈ।

লাহেকৈ গাদী লগোৱা বেঞ্চখনৰ পৰা উঠি ভিতৰৰ কোঠাটোলৈ আহিল। পোনা শুই থকা পালেংখনৰ ওচৰত থকা টেবিলখনৰ ওচৰলৈ গৈ থিয় হয়, আৰু কিবা অলপ সময় ভাবে।

টেবিলৰ ড্ৰয়াৰটো লাহেকৈ শব্দ নোহোৱাকৈ খুলিলে। তাৰ মুখখনৰ বৰণ যেন পৰিবৰ্ত্তন হব ধৰিলে।

হাতখন কঁপি উঠিল। ইপিনে সিপিনে এবাৰ চাই হাতত তুলি ললে। সন্দেহ দূৰ কৰিবৰ বাবে এবাৰ খুলি চালে। পিস্তলটোত ছটা গুলি লড্ কৰা আছে।

লাহেকৈ জেপত ভৰাই ললে। পিস্তলটো লৈ বাহিৰা কোঁঠালীটোলৈ আহি সেই আগৰ বহা বেঞ্চখনতে বহিল।

ইপিনে মাধুৰীয়ে আহি পালেং খনত শুই থকা পোনাৰ গালত পিহি পিহি কিবা কব ধৰিছে। অজয় চোৰৰ দৰে কোঠাটোত সোমাই তাইৰ পিঠিৰ পিনে ধৰে।

ঠিক ভাবে এবাৰ লক্ষ্য কৰি লয়। পিস্তলৰ ট্ৰিগাৰটোত জোৰেৰে আঙুলি বহুৱাই দিবলৈ সাজু হয়। এনেতে ডালিয়ে দৌৰি আহি তাৰ হাতত ধৰি চিঞৰি উঠে।

বাবু! বাবু!

গুলিটো ক্ৰমকৈ ফুটে। সি প্ৰায় অজ্ঞানৰ দৰে হৈছে। চকুযোৰ ৰঙা পৰিছে। নামবোৰ ডাল ডাল হৈছে।

ডালিও কঁপিব ধৰে। ভাগ্য বোধকৰো ভালেই আছিল। তাইৰ হাতখন তাৰ হাতত লগাৰ লগে লগে পিস্তলৰ নলটো ওপৰমূৱা হয়। গতিকে গুলিটো ওপৰলৈ ফুটি যায়।

পোনা চিঞৰি উঠিল। সি অলপ পিছত চকু মেলি চালে। মাধুৰীয়ে তাৰ পিনে করুণ দৃষ্টিত চাইছে।



সি তাৰপৰা বাহিৰলৈ ওলাই আহিল। এনেতে ডালিয়ে দীঘল হুমুনিয়াহ কাঢ়ি মাত লগালে—

উহ্! ভগবান, ৰক্ষা কৰিলা আজি। বাৰু নবৌ, আপোনালোকৰ কি হৈছে?

তাই নিমাত। আকৌ এবাৰ সুধিলে—

আপোনালোকৰ কি হৈছে?

যি হৈছে সেইয়া ভাল হবৰ বাবে হোৱা নাই। ডালি? কওক।

তুমি সকলো দেখিলা নহয়?

হয়।

ইপিনে আঁহা।

কওক।

এইটো কথা তুমি কাৰো আগত নকবা দেই।

কি কথা...... ?

এই গুলি কৰিব ধৰা......। কলে বেয়া হব।

নাই, নাই, আই ঐ, এইবিলাক কথা কাৰোবাক ক'ব পাৰিনে?

ইফালে অজয়ে অফিচ কোঠাটোলৈ আহি ইফালে সিফালে অহা যোৱা কৰিব ধৰিলে। খিড়িকীৰ ওছৰলৈ গৈ এবাৰ আকাশলৈ চাই পঠিয়ালে। তাৰ ৰক্তবৰ্ণ চকুযোৰ

দেখি সূৰ্য্যদেৱ যেন লুকাল ।

বেলি মাৰযোৱাৰ পিছত আহিল সন্ধ্যাৰাণীৰ ৰাজত্ব। অলপ এন্ধাৰ হোৱাত সি অফিচ ৰুমৰ টেবিলৰ ড্ৰয়াৰত পিস্তলটো থৈ আকৌ সেই আগৰ বেঞ্চখনত গৈ বহিল ।

লাইট জ্বলি আছিল। ডালিয়ে লাহেকৈ ফেনৰ চুইচটো টিপি দি যায়। ফেন চলিব ধৰিলে অবাধ গতিত।

এনেতে মাধৱী..., মলিন বদনে আহি কোঠাটোত সোমাল। সি তাইৰ পিনে এবাৰ চকু ঘোপাকৈ চালে।

ৰক্তবৰ্ণ চকুযোৰৰ ৰক্তাভ বৰণ তেতিয়াও একেবাৰে কমা নাছিল। তাই বেচাৰী, লাহেকৈ তাৰ ভৰিত পৰি হুক্ হুক্কৈ কান্দিব ধৰিলে। তাই অজয়ৰ ওচৰত ক্ষমা বিচাৰি ইনাই বিনাই কান্দিলে। কিন্তু— ।

কিন্তু পুৰুষ জাতিটো নিষ্ঠুৰ, নিৰ্ম্মম বোধকৰো। নিজৰ স্বাৰ্থৰ, নিজৰ সুখ, নিজৰ কামনা বাসনা লৈয়ে ব্যস্ত নেকি ?

তাই বিগত দিনৰ ভুলৰ বাবে ক্ষমা ভিক্ষা কৰিলে। কিন্তু ক্ষমা অজয়ে কৰিলে জানো ? ক্ষমা কৰিব নোৱাৰে জানো ? সি স্থিৰ সিদ্ধান্তত উপনীত হৈছে যে মাধৱী মনোজৰ লগত প্ৰেমৰ বান্ধোনত বান্ধ খাইছে।

তাৰ প্ৰমাণ সেই বেগখনৰ ছবি দুখনি ।

সেয়া দেখোন অতীত জীৱনৰ। বৰ্ত্তমানৰ বিষয় সি



কিবা গম পাইছে জানো ? তাইৰ আবেদন ব্যৰ্থ হ'ল। বিনিময়ত পালে কেইটামান কটুবাক্য ।

তুমি কুহকিনী, মায়াবিনী, তুমি দ্বিচাৰিণী। তোমাক ক্ষমা কৰিলে ভগবানে মোক ক্ষমা নকৰিব ।

তাই ব্যৰ্থ হিয়াখন লৈ বিচনাত বাগৰি কান্দিব ধৰে।

এনেতে তাৰ চেতনা আহিল। সি মূৰটো উঠালে, আৰু কলে—

তাৰ পাচত ?

মালতীয়ে কান্দি কান্দি কব ধৰিলে—

তাৰ পাচত এদিন আবেলি তেওঁ মোক পিস্তলেৰে গুলীয়াবলৈ আগুৱাই আহিল ।

কোনোমতে আমাৰ চাকৰটোৱে ধৰি ৰক্ষা কৰিলে। মই পুলিচ থানালৈ গৈ এন্ট্ৰি দিলো আৰু দেউতাৰ ঘৰলৈ গলো ।

ওঁ, তাৰ দেখোন জেল হব ।

হোৱাই ভাল ।

সি তোমাৰ স্বামী নহয় ?

হয় ।

তাৰ যদি জেল হয় তোমাৰ ক্ষতি নহব জানো ?

জেল নহলে তেওঁ মোক কেতিয়াবা খুন্ কৰিবই নিশ্চয় ।

বাৰু।

বুঢ়াজনে জেপৰ পৰা টকা উলিয়াই দিয়ে। অজয়ে টকা কেইটা লৈ সিহঁতক বিদায় দিয়ে।

কি চমৎকাৰ সুযোগ। এতিয়াই সি মাধৱীক তুলনা কৰি লব পাৰে। তাই কুহকিনী নে অৱলা কামিনী। মনৰ সন্দেহই তাক অন্ধ কৰি পেলাইছে হবলা।

জীৱনত শান্তি পাব বুলি ধনদৌলত আৰ্জ্জিছে। সেই শান্তি স্থল হ'ল মাধৱী। এবাৰ সন্দেহ হোৱাতেই তাৰ অন্তৰত লুকাই থকা পশুটো জাগৃত হৈছে। দমন কৰিব কোনে ?



[ ১১ ]

সিদিনা আবেলি। বতৰটো সেমেকা আছিল, মনোজ ভূঞাই কোৰ্টৰ পৰা আহি চাহটোপা খাই ৰেডিঅ'টো লগাই দিয়ে।

বোধকৰো তেতিয়া কলিকতা কেন্দ্ৰৰ পৰা এটি বিৰহৰ গান প্ৰচাৰিত হৈছে। গানটো শুনি অলপ আমনি লগাত বন্ধ কৰি থৈ, সেই ক'লা পৰ্দ্দাখন ডাঙ্গি সেইটো কোঠাত সোমাল।

বটল এটা খুলি গিলাচটোত ৰাকি লৈ কেই গিলাচমান হুপিলে। মূৰটো ঘূৰাব ধৰিলে। মনটোত নানা তৰহৰ কল্পনা, চকুযোৰ ৰঙা হব ধৰিলে।

গাটো যেন ঠিক স্থিৰেৰে ৰাখিব পৰা নাই। আৰু দুগিলাচমান হুপিলে। সি প্ৰায় অজ্ঞান হৈ পৰিল।

গিলাচটোত আৰু এগিলাচ ৰাকি লৈ কোনোমতে ইটো কোঁঠালীলৈ আহে।

বাহাদুৰ! বাহাদুৰ!

বাবু ?

ৰেডিঅ'টো কলৈ গ'ল ?

আছে দেখোন।

কলৈ গ'ল ? বাহাদুৰ দেখুৱাই দেচোন।

ইতিমধ্যে সি ঘামি জামি অস্থিৰ। চকুযোৰ ৰঙা পৰিছে। চকুলো ওলাবলৈ উপক্ৰম হৈছে।

বাহাদুৰ।

বাবু ? ...

দেচোন, চাবিটো পকাই দে।

বাহাদুৰে চাবিটো ঘূৰাই দিয়ে। এনেতে এটি হিন্দী গানৰ সুৰ বাজি উঠে। গানটো ঠিক এনেকুৱা—

মেইনে পিনা শিখ লিয়া

পাপ কহ আউৰ পুণ্য কহ .....।

এনেতে কোনোবাই দুৱাৰত বেলটো টিপি দিছে। সি কোনোমতে আহি দুৱাৰৰ খিলটো খুলি দিলে। দুৱাৰ মেল খোৱাৰ লগে লগে সি উচপি উঠিল। তাৰ নিচা শেষ হোৱাৰ দৰে হ'ল। ৰেডিঅ'ত সেই গানৰে বেলেগ শাৰী বাজিয়েই আছে—।

পাপ_ কহ আউৰ পুণ্য কহ

মেইনে পিনা শিখ লিয়া...... ।



মাধৱী থিয় হৈ আছে। তেতিয়া সেই তাহানিৰ কলেজ জীৱনৰ মাধৱী। যিজনীক পাহৰিবলৈ সি নিজৰ ব্যক্তিত্বক বিসৰ্জন দিছে। সেইজনী মাধৱী, এয়া তাৰ দুৱাৰ মুখত থিয় হৈ আছে।

তাইৰ সেই আগৰ পূৰ্ণিমাৰ জোনৰ দৰে মুখখনি নাই। গাল দুখনিত ৰস নাই, কোমলতা নাই। চকুযোৰত নাই চপলতা।

ক'ত গ'ল সেই মাধৱী ? কি হ'ল তাইৰ ? তাইৰ চকুযোৰ পানীৰে ভৰি পৰিছে। মাধৱী! মাধৱী!! আঁহা, আঁহা, মোৰ শূণ্যগৃহত পদধূলি দিয়াহি। আ—হা ?

মনোজ!

মাধৱী ?

বহা মাধৱী, বহা ? কি লাগে ? কিয় আহিছা : দাবানলত ঘিঁউ ঢালিবলৈ ? তোমাক দেখোন মই কেতিয়াবাই পাহৰিছো। কেতিয়াবাই পাহৰিছো, মাধৱী...।

তুমি ভাবানে কি.........মই পাহৰা নাই ?

নিশ্চয়! নিশ্চয়। নাপাহৰিবা কিয় ? তুমি বিবাহীতা স্ত্ৰী, তুমি মাতৃ........।

মইও পাহৰিছো মাধৱী, ময়ো......। তাৰ প্ৰমাণ তুমি চাব খুজিলে দেখুৱাব পাৰো।

তুমি পাহৰিছা ? বে-চ পাহৰিছা : মইও দেখুৱাব পাৰো ।

কি কৈছা তুমি ?

তাই বেগখন উলিয়াই দি······ ।

এয়া, তুমি পাহৰিছা, তাৰেই প্ৰমাণ ।

সৰ্ব্বনাশ ! এয়া তুমি ক'ত পালা ?

ক'ত পালা······ ? ( চিঞৰি দিয়ে )

মাধৱী ?

কি কৰিবা তুমি ? ফটো এখন বুকুত বান্ধি থোৱাই পুৰুষৰ ভালপোৱা— নহয় ?

মাধৱী !

সুৰাপান কৰি নিজক ধ্বংস কৰি ভালপোৱাৰ দৃষ্টান্ত দেখুওৱাতো বোধহয় পুৰুষৰ লক্ষণ নহয় ?

এনেতে কোনোবাই বাহিৰত বেৰৰ কাষত থৈ কাণপাতি শুনে। সেইয়া অজয়। উকিল।

মাধৱী ! সঁচাকৈয়ে তোমাক মই ভাল পাইছিলো ।

কথাবাৰ শুনাৰ লগে লগে অজয়ৰ আৰু শুনিবলৈ ধৈৰ্য্য নাথাকিল। সি তাৰ পৰা বিষাদ বদন লৈ উলটি আহিল।

মই বিশ্বাস্ কৰিম নেকি ?

মাধৱী ! তুমি যি ইচ্ছা তাকে কোঁৱা। মোৰ কোনো আপত্তি নাই············ । মই জানো, তোমাক ভাল



পোৱাতকৈ······যদি··· ···

কথাবাৰ শেষ হবলৈ নৌ পাওঁতেই ক'লা পৰ্দ্দাখন টানি বটলবোৰৰ পিনে দেখুৱাই দিয়ে।

সিবিলাকক যদি ভালপাওঁ—সিবিলাকে মোক কেতিয়াও নঠগে। They are not betrayer like you !

মাধৱী ?

মনোজ ?

মাধৱী ?

মই নিজ কাণে শুনিছো, তোমাৰ দেউতাৰাৰ মতে মই অযোগ্য। গতিকে তোমাক ভালপাই মই তোমাক ধ্বংস কৰিম নেকি ? মোৰ ভালপোৱাই তোমাৰ দেউতাৰ স্বপ্ন তোৰণ বগৰাই দিব পাৰে জানো— কোঁৱাচো'ন ?

তুমি পলাইছিলা কিয় ?

তাইৰ চকুৰ পানী ওলায়।

মই পলোৱা নাই। মই এজন যোগ্য মানুহ হ'বৰ বাবে গৈছিলো।

ইয়ালৈ গৈছিলা কিয় ?

মাধৱী, ক্ষমা কৰিবা, মই সঁচাকৈ নেজানো যে তোমাৰ বিয়া অজয়ৰ লগত হৈছে। মই নিমন্ত্ৰণ ৰক্ষাৰ বাবেহে গৈছিলো। গৈ তোমাক দেখিবৰে পৰা······মাধৱী······ ।

কিবা কব খুজি ৰৈ যায়। চকুৰ পানীবোৰ সৰ্‌ সৰ্‌কৈ বাগৰি আহে।

মাধৱী তুমি পৰস্ত্ৰী, মাতৃসমা। মই চৰকাৰলৈ লিখিছো ইয়াৰ পৰা মোক বদলি কৰিবলৈ, যদিও নকৰে মাধৱী, ভগবানে জানে কি হয়। দৰকাৰ হলে মই ৰিজাইন দি যাম মাধৱী! তোমাৰ অনিষ্ট সাধন কেতিয়াও নকৰো মাধৱী। "গাল দুখন চকুলোৰে তিতি যায়।"

মাধৱীয়ে হাতখন টেবিলত থয়। আঙুলিৰ পৰা সেই 'আঙ্গঠিটো'··· কলেজত শকুন্তলাৰ ভাৱ লওঁতে মনোজে দিয়া আঙ্গুঠিটো খুলিব খোজে।

মাধৱী! ভগবানৰ শপত— সেয়া নুখুলিবা, নুখুলিবা।

তাই আঙ্গঠিটো খুলি দীঘল হুমুনিয়াহ কাঢ়ি টেবিলখনত থৈ·········।

নকলক আচল কৰিবলৈ গৈ, আচল বস্তুক পুৰি ছাই কৰিলে— তোমাৰ সেই ভগবানে মোক কেতিয়াও ক্ষমা নকৰে।

তাই চকুৰপানী মচি তাৰপৰা ওলাই আহে। সি পিছে পিছে গৈ মাত লগায়—

মাধৱী? মাধৱী? মাধৱী? "পিছে পিছে খোজকাঢ়ি ব্যৰ্থ হয়।"



মাধৱীয়ে এবাৰো ঘূৰি নাচালে। সি দুৱাৰখন বন্ধ কৰি ভিতৰলৈ সোমাই·········।

বুজিছো, ভুল বুজিলা তুমি। বাৰু মাধৱী, নিশ্চয় তুমি শান্তি পাবা।

পশ্চিম কোণৰ মেঘ চপৰাই বিৰাট ৰূপ ধাৰণ কৰিছে ইতিমধ্যে। মাধৱীয়ে কেইখোজমান যোৱাৰ লগে লগে ভীষণ ধুমুহাৰ সৈতে বৰষুণ আহিল।

[ ১২ ]

অজয় ?

সি হাকিম চাহাবৰ বাহালৈ আহিল কিয় ?

প্ৰশ্নটো সহজ।

ইয়াৰ পিছত এটি দৃশ্য লুকাই আছে।

সেয়ানো কি ?

সিদিনা......।

ঠিক চাৰে দহ নে এঘাৰ বজাত।

মনোজ ভূঞাই কোৰ্টৰ চেয়াৰখনত বহি বিচাৰ কৰিছে।

কিহৰ ?

মন জগতৰ নে বাস্তৱ জগতৰ ?

বাস্তৱ জগতখনৰ।

উকিল। সেই অজয়। বিপৰীত পক্ষত আন এজন। কোৰ্টখনত উকিল মুক্তিয়াৰৰ বাহিৰেও আৰু বহুতো মানুহ উপস্থিত আছে।

এনেতে অজয়ে আৰম্ভ কৰিলে—



Your honour, case is very simple.

মনোজে তাৰপিনে এবাৰ চালে।

প্ৰথম সাক্ষীজনে কৈছে— অপৰাধী হৰিশ, টেবিলৰ ড্ৰয়াৰৰ পৰা পিস্তলটো উলিয়াই গুলি লড্ কৰা সি নিজে দেখিছে।

কথাষাৰ কোৱাৰ লগে লগে অজয়ৰ বুকুখন অজানিতে কঁপি উঠিল। বোধকৰো বাস্তৱত নিজৰ ঘটনাটি স্মৰণ হৈছে।

ইপিনে সাক্ষীজন কাঠগড়াত তেতিয়াও থিয় দি আছে। এনেতে বিপৰীত পক্ষৰ উকিল মিঃ চৌধাৰীয়ে বহাৰ পৰা উঠিল—

Your honour, Now I will cross the evidence.

Yes ;

অজয় আনপিনে থিয় হৈ ৰ'ল। দুই মিনিটমান থকাৰ পিছত সঁচাকে তাৰ মনত ভাঁহি উঠিল সেইটি দৃশ্য।

সন্ধিয়া, বেলিমাৰ যোৱাৰ পিছত টেবিলৰ ড্ৰয়াৰৰ পৰা পিস্তলটো উলিয়াই লৈ মাধৱীক গুলিয়াবৰ বাবে কৰা অপচেষ্টা।

তাৰ সাক্ষী আছিল......এজনী......।

কোন ?

সেই ডালি······ ।

তাৰ ঘৰৰে চাকৰণী ছোৱালীজনী। সি এবাৰ কাঠগড়াৰ পিনে চালে। সেই মানুহজন যেন হঠাৎ নহোৱা হ'ল। তাৰ ঠাই অধিকাৰ কৰিলে— কোনে ?

ডালি— ?

সি আচৰিত হৈ চাই থাকিল।

এনেতে উকিলে সুধিলে— ।

তোমাৰ নাম ?

ডালি— ।

অজয় বাবুক চিনি পোৱা ?

হয় পাওঁ। মই তেওঁৰ ঘৰতে কাম কৰোঁ।

কিমান দিন হ'ল ?

আজি প্ৰায় চাৰি বছৰ হ'ল ।

বাৰু! অজয়ে পিস্তলটো ক'ৰ পৰা আনিছিল ?

টেবিলৰ ড্ৰয়াৰৰ পৰা ।

তুমি তেতিয়া ক'ত আছিলা ?

পাক ঘৰৰ চালিত ।

তাৰ পৰা কি কৰিছিলা ?

মই চাই আছিলোঁ।

পিচত ?



পিছত যেতিয়া বাবুৱে নবৌক গুলিয়াবৰ চেষ্টা কৰিলে, মই দৌৰি আহি তেওঁৰ হাতত ধৰিলোঁ।

কথাষাৰ শুনাৰ লগে লগে তাৰ কাণ মূৰ গৰম হৈ গ'ল। কাণ দুখন যেন ভোঁ ভোঁ কৈ বাজিব ধৰিলে ।

কাণত কোনোবাই "জেইল অনিবাৰ্য্য" "জেইল অনিবাৰ্য্য" বুলি কলে। সি কথাষাৰ শুনাৰ লগে লগে কোৰ্টৰ পৰা ওলাই যাব খুজিলে ।

বাস্তৱ জগতখন দেখোন বেলেগ। সি যাব খোজোঁতে মনোজ ভূঞা হাকিমে কৈ উঠিল— ।

মিঃ বৰুৱা ?

তেতিয়াহে সি আচল জ্ঞান ফিৰাই পালে ।

Oh, I am sory.

Thanks.

তেতিয়াহে বিপৰীত পক্ষৰ উকিলে কোৱা আৰম্ভ কৰিলে— ।

তোমাৰ নাম ?

হুজুৰ নিবাৰণ ।

বাৰু, যি কবা সঁচা কবা ।

হাকিমৰ পিনে দেখুৱাই দি······ ।

সিপিনে চাই কোঁৱা ?

হুজুৰ, যি কম সঁচা কম ।

সেইযে মানুহজন থিয় হৈ আছে, তাক চিনি পোৱা ?

হয় হুজুৰ পাওঁ ।

কি হয় তোমাৰ ?

একো নহয় হুজুৰ ।

তেন্তে চিনি পোৱা কেনেকৈ ?

তেওঁৰ ঘৰত মই চাকৰি কৰো ।

তেওঁ তোমাক মৰম কৰে নহয় ?

হয় ।

মানুহজন খুব ভাল নহয় ।

হয় ।

তেওঁ তোমাৰ ওপৰত কেতিয়াও খং কৰা নাই নহয় ।

হয় ।

তেওঁ কাৰো ওপৰত খং নকৰে নহয় ?

হয় ।

এনেতে অজয়ে কৈ উঠিল—

I object your honour. আচল কথা হ'ল সি পিস্তল লোৱা দেখিছেনে নাই ? আৰু গুলি কৰিবলৈ Aim কৰা দেখিছিল নে নাই । তাত তাৰ স্বভাৱৰ প্ৰশ্ন নুঠে ।

Your honour. উঠে ।



This is cross examination. এটা Murder Attempt কৰা Case. Very serious.

আচল কথাটো ওলোৱাই ভাল ।

আচল কথা আপুনিও নেজানে, ময়ো নেজানো ।

এনেতে হাকিম চাহাবে কৈ উঠিল—

Order, Order. This is court.

অজয়ে কৈ উঠিল—

Sory, Your honour.

মিঃ চৌধাৰীয়ে আকৌ আৰম্ভ কৰিলে—

তেওঁ কেতিয়াও খুন কৰা নাই নহয় ?

নাই ।

পিস্তল হাতত লোৱা নাই নহয় ?

নাই লোৱা ।

সিদিনাও লোৱা নাই নহয় ।

নিবাৰণ বৰ বিপাকত পৰিল । সি কৈ উঠিল— ।

আপুনিও আছিল নেকি ?

উকিলৰ পৰা আৰম্ভ কৰি প্ৰত্যেকৰে হাঁহিৰ ৰোল উঠিল— । এনেতে হাকিমে কৈ উঠিল—

Order ! Order !

আটায়ে আকৌ নিৰৱে বহি ৰ'ল ।

সিদিনাও লোৱা নাই নহয় ?

নিবাৰণৰ বোধকৰো মতিভ্ৰম ঘটিছে। তাৰ চকুযোৰ ৰঙা পৰিল। বুকুখন কঁপিব ধৰিলে। সি ভাবিলে, বোধকৰো উকিল জনো সেই সময়ত আছিল নেকি। মিঃ চৌধাৰীয়ে আকৌ কৈ উঠিল—

সিদিনাও লোৱা নাই নহয় ?

হয়।

তুমি দেখা নাই নহয় ?

মই দেখিছো।

মানে তাক দেখিছা, পিস্তু পিস্তল দেখা নাই ?

হয়।

I object your honour.

Your honour, here cannot be any objection. যিহেতু সাক্ষীয়ে নিজে কৈছে যে সি দেখা নাই। So the question of objection does not arise.

এনেতে হাকিম চাহাবে কৈ উঠিল—

Objection is not acceptable. Yes proceed on.

Your honour, finished.

নিবাৰণ তাৰপৰা কঁপি কঁপি ওলাই আহিল। দ্বিতীয়



সাক্ষী এজনী বুঢ়ী।

তেওঁ এখোজ দুখোজকৈ আহি কাঠগড়াত থিয় হ'ল। তেওঁৰ মূৰৰ চুলিবোৰ বগা হৈছে। গালৰ ছাল সোতোৰা পৰি গৈছে। দাঁত কেবাটিও নাই।

যি কেইটি দাঁত আছে প্ৰায়বোৰ ক'লা পৰি গৈছে। তেওঁ আহি প্ৰথমতে হাকিমৰ পিনে এবাৰ চাই হাতযোৰ কৰি প্ৰণাম কৰিলে।

এনেতে অজয়ে গৈ তেওঁৰ ওচৰত থিয় হৈ প্ৰশ্নৰ সুৰত কলে—

আপুনি যি কব, সঁচা কব বুলি কওঁক।

মিছা কিয় কম ? মই মিছা নকওঁ হুজুৰ।

এই শেষ বয়সত মিছা কৈ পাপৰ বোজা মূৰত লবও নোৱাৰিম, মিছাও নকওঁ। তেওঁৰ গদ্ গদীয়া কথা কেইষাৰ শুনি প্ৰত্যেকেই আচৰিত হ'ল। হাকিম চাহাবে এবাৰ তাইলৈ ভালকৈ চাই ললে ?

তাই কবলৈ আৰম্ভ কৰিলে—

হুজুৰ! মই এই হৰিশক সৰুৰে পৰা জানো। বিয়াও সি সিদিনা কৰিলে……সেই গাওঁবুঢ়াৰ ছোৱালী মালতীক।

হুজুৰ, হৰিশ বৰ কৰ্ম্মী ল'ৰা। সদাই ইখন, সিখন কামত ব্যস্ত থাকেই। ঘৰত প্ৰায় নাথাকে। ভাতমুঠি

খাবলৈও সময় নাই : এদিন শুনিলো হুজুৰ, সিহঁতৰ হেনো বিয়াৰ পিছৰ পৰা ঘৰ নমনা হ'ল। হুজুৰ, মাজতে আকৌ শুনিলো বোলে কিবা কিবি তাবিজ দিহে অলপমান দৰা কইনা দুয়োৰে মিল হ'ল।

তাৰ পিছত হুজুৰ, এটি ল'ৰাও উপজিল। ল'ৰাৰ বছৰেকীয়া জন্ম তিথিত হুজুৰ বৰ ৰহইচ্ হ'ল। বহুত মানুহ মাতিলে। চহকী মানুহ হুজুৰ, মাতিবৰ কথাই।

সিদিনাৰ পিছৰে পৰা হুজুৰ শুনিলো আকৌ সিহঁতৰ মাজত কাঁজিয়া লগা হ'ল। তাৰ পিছত হুজুৰ, তাই হেনো কোনোবা এজন মানুহৰ ঘৰলৈ অহা যোৱা আৰম্ভ কৰিলে। লোকৰ তিৰোতা, আনৰ ঘৰলৈ যাব কিয়? তাই হেনো বিয়াৰ আগতে তাক ভাল পাইছিল।

কথাষাৰ শুনাৰ লগে লগে হাকিম চাহাবৰ মনটো উৰি গ'ল কৰবালৈ—।

কলৈ ?

বাহালৈ।

ঠিক অজয়ৰ ল'ৰাৰ জন্মবাৰ্ষিকি উৎসৱৰ পিছদিনাখন। অজয় কেবাদিনৰ বাবে বেলেগ এখন চহৰলৈ কেচ্ এটিৰ প্লিড লৈ গৈছে।

মাধৱীয়ে আবেলি বিচাৰি বিচাৰি গৈ মনোজ চাহাবৰ



দুৱাৰত থিয় হ'ল। তেতিয়াও সি আগৰ দৰেই ভদ্ৰ।

চেয়াৰখনত বহি আছে। সমুখত এখন সৰু টেবুল। চাহ একাপ খোৱা আৰম্ভ কৰিছে। এনেতে কলিং বেলৰ শব্দ শুনি উঠি গৈ দুৱাৰৰ কাষ চাপে। দুৱাৰ খুলি মাধৱীক দেখি আচৰিত হৈ কলে—

এৰা, মাধৱী ?

ওঁ.........।

ক'ৰ পৰা ?

বাহৰে, ঘৰৰ পৰা।

বাৰু আঁহা ভিতৰলৈ.........।

দুয়ো ভিতৰলৈ যায়।

বেচ্ বিচাৰি উলিয়াইছা।

কি আচৰিত হৈছা নেকি ?

নাই আচৰিত হোৱা নাই।

তেন্তে...... ?

ভাবিছো।

কি ভাবিছা ?

ওঁ।

কি ভাবিছা ?

ওঁ......।

এই হাকিম চাহাবটো হ'লা বুলিয়েই সদায় কেচ্‌ৰ কথাই ভাবি থাকা নেকি ।

নাই নাভাবো ।

অহ Sorry.

Why ?

মানে তোমাক congratulation দিবলৈকে পাহৰিছো ।

কিহৰ ?

বাহৰে মেজিষ্ট্রেট চাহাবটো হৈছা ।

এহ্, বৰ ভাল নহয় ।

কিয় ? মানুহক জেল দিবৰ ক্ষমতা পাইছা । পুৰুষবোৰ বৰ ক্ষমতালোভী নহয় নে ?

ওঁ, যি ভাবা, বাৰু এটা কথা ?

কোঁৱা ?

যোৱাকালি তোমাৰ গানটো বেচ্ বঢ়িয়া হৈছিল । কিন্তু······ ।

কিবা কব খুজি বৈ যায় ।

কিন্তু কি হ'ল ?

মানে তুমি যেনে গান গাইছা, লগে লগে তাৰ পজো দেখুৱাইছা ।



কেনেকৈ ?

এনেভাবে চকুলো উলিয়াইছিলা, সঁচাকৈ মই কন্দা যেন পাইছিলো ।

ওঁ, পাৰ্ট কৰিব জানো নহয় ।

সঁচাকৈ তুমি চিনেমাত যাব লাগিছিল ।

যিথন চিনেমা আৰম্ভ হৈছে, তাৰেই পৰিণতি চাওঁচোন ।

বাৰু যাওঁ হে ।

ইমান সোনকালে ?

সেই কলেজীয়া জীৱন এতিয়া নাই ।

কথাবাৰ কৈ তাই ওলাই গ'ল । এনেকৈ দুদিন অহাৰ পিছত, তৃতীয় দিনা সকলো শেষ । চতুৰ্থ দিনা তাৰ এজন বন্ধুৱে কেইটামান উপদেশ দিলে ।

"লোকৰ স্ত্ৰী মাতৃসমা" কথাষাৰ প্ৰধান আছিল ।

সি মূৰটো ইমান সময় টেবিলত থৈ আছিল ।

তাৰ পিছত হুজুৰ, তাৰ পিছত হুজুৰ ।

কথাষাৰ শুনাৰ······সি······ ।

হুঁ,

কৈ উঠিল ।

তাৰ পিচত হুজুৰ, কেইদিনমান যোৱা অহা আৰম্ভ কৰিলে ।

কোন ?

সেই মালতী !

কলৈ ?

সেই নতুন মানুহ জনৰ তালৈ ।

কথাষাৰ শুনাৰ লগে লগে তাৰ বুকুখন কঁপি উঠিল। হাকিম চাহাব নিজে যেন সেই বেমাৰৰ বেমাৰী ।

এনেতে হুজুৰ এদিন হৰিশে মালতীক কলে—

মালতী ?

কওক ?

তুমি তাৰ তালৈ যাব নোৱাৰা ।

কলৈ ?

যলৈ গৈছিলা ।

মোৰো এটি জীৱন আছে, যৌৱন আছে। বৃদ্ধা হোৱা নাই মই ।

সি কথাষাৰ শুনাৰ লগে লগে তাৰ মূৰটো জুইৰ দৰে গৰম হৈ গ'ল ।

ওচৰতে থকা মাৰি এডাল লৈ তাইক মাৰিবলৈ যোৱাত নিবাৰণে চিঞৰি উঠে ।

চিঞৰ শুনি গাৱঁৰ মানুহ আহি দুয়োকে বুজাই বঢ়াই ৰাখে। এজনৰ তিৰোতা হুজুৰ, এজনৰ ঘৰলৈ যায় কিয় ?



অজয়ৰ মূৰ গৰম হয়। লগতে মনোজও ধৈৰ্য্য হেৰুৱাই পেলায় ।

সেইবাবে হুজুৰ। সেই সিদিনা সন্ধিয়াৰ সময়ত বোধকৰো হৰিশে তাইক গুলিয়াব খুজিছিল। হুজুৰ! মোৰ কবলগা এইখিনিয়েই ।

এনেতে মিঃ চৌধাৰীয়ে কৈ উঠিল—

Your honour! May I be allowed now, for cross examination.

Yes proceed.

আপোনাৰ নাম ?

হুজুৰ ফুলমতী ।

আপোনাৰ বয়স কিমান হব জানে ?

এহ্ হুজুৰ। আমাৰ আকৌ দুখীয়া মানুহৰ বয়স—হব একুৰি মান ।

Your honour note it. She is more than fifty years old. But she is not able to say her age correctly.

Proceed on.

সেই মানুহজনক চিনি পায় ?

হয় হুজুৰ, তাৰ কথাই মই ইমানখন কলো দেখোন ।

ৰাক্! তেওঁ যি পিস্তলটো লৈ গুলিয়াব গৈছিল সিদিনা তাৰিখ কিমান আছিল ?

হুজুৰ, বাৰ তাৰিখ।

সময় কিমান ?

তেতিয়া সাতটা বাজিছে। ৰাতি হৈছে আৰু লাইট জ্বলিছে।

Your honour note it. লাইট জ্বলি আছিল।

বাক্ হৈছে।

তেওঁ নমস্কাৰ দি নামি আহে। এনেতে হৰিশ আহি কাঠগড়াত উঠিল, অজয়ে কোঁৱা আৰম্ভ কৰিলে—

Your honour ; দ্বিতীয় সাক্ষীৰ পৰা এইটো স্পষ্টকৈ জানিব পৰা গ'ল যে গুলিটো হৰিশে তাৰ ঘৈণীয়েকক হত্যা কৰিবৰ বাবে পিস্তল লৈ উঠিছিল। তাইৰ ভাগ্য ভাল যে গুলিটো তাইৰ গাত নেলাগিল। লাগিলে হয়তো আজি তাইক আমাৰ এই আদালতত দেখিবলৈ নাপালোহেঁতেন। আনকি এই পৃথিবীৰ পৰা নোহোৱা হলহেঁতেন। যিহেতু চাৰিওপিনে প্ৰমাণ হৈ গ'ল। তেনে ক্ষেত্ৰত মহামান্য আদালতে ভাৰতীয় দণ্ডবিধিৰ 511 I. P. C. অনুযায়ী দোষী আচামী হৰিশক শাস্তি বিহিব লাগে। অপৰাধীয়ে শাস্তি পাব লাগে। এয়ে মহামান্য আদালতে আশা কৰে।



কথা কেইষাৰ কোনোমতে কৈ পেলালে। কিন্তু বেচাৰাৰ মূৰ গৰম হৈ গৈছে। ইপিনে ছাগৈ মহামান্য হাকিম চাঁহাবৰও একেই অৱস্থা। সিও কথাবোৰ শুনি শুনি ক্লান্ত। বিবেকে তাকো দংশন কৰিব ধৰিছে। সি এবাৰ চৌধাৰীৰ পিনে চাই কলে।

আপোনাৰ ক'ব লগা ?

আছে, Your honour, Case টো মোৰ মতে ভালকৈ প্ৰমাণ হোৱা নাই।

কেনেকৈ ?

প্ৰথম সাক্ষীয়ে কৈ গ'ল যে দেখা নাই। হৰিশ ভাল মানুহ। সি কেতিয়াও খুন্ কৰা নাই। আৰু কৰিবলৈ চেষ্টাও কৰা নাই।

দ্বিতীয় সাক্ষীৰ কথাও মিছা ··। প্ৰথমতে তেওঁ নিজৰ বয়স কিমান হৈছে তাৰ জ্ঞান নাই। অথচ মহামান্য আদালতৰ মাজত কেনেকৈ গদ্ গদ্কৈ মিছা কথাবোৰ কৈ গ'ল। কথাষাৰ শুনি অজয়ৰ বেচিকৈ মূৰ গৰম হ'ল। হঠাৎ থিয় হৈ কলে—

I object your honour.

Here cannot be any objection. Your honour.

আপুনি ইমান অধৈৰ্য্য হৈছে কিয় ? বিষয়টো আপুনিও নিজ চকুৰে দেখা নাই। কেৱল সাক্ষীৰ কথাৰ ওপৰত নিৰ্ভৰ কৰি ইমান দূৰ আগুৱাব ধৰিছে। মোৰ মতে শাস্তি অপৰাধী হাজাৰ জনক পাৰ দিয়ক। কিন্তু নিৰপৰাধী এজনেও যেন শাস্তি নাপায়।

এনেতে মনোজে কৈ উঠিল।

Yes. Yes, Proceed on.

ফুলমতীয়ে আৰু এটা কথা কলে— Your honour, which is quite contradictory to the Municipality report. তেওঁ কলে যে হৰিশে যেতিয়া পিস্তল লৈ যায় তেতিয়া সময় ৰাতি সাত বাজি গৈছে। লাইট জ্বলিছে। সিদিনা তাৰিখ ১২ আছিল।

Your honour. ই একেবাৰেই prepared কথা। মিছা নকব বুলি প্ৰতিজ্ঞা কৰি মহামান্য আদালতত মিছা কথা কৈ নিৰপৰাধী এজনক শাস্তি দিবৰ ব্যৱস্থা কৰা উচিত জানো ?

অজয়ে খং কৰি কৈ উঠিল—

I protest your honour,

তাৰ নাটকীয় ভঙ্গীত কথা কোঁৱা দেখি চৌধাৰীয়ে কলে—

Your honour ; This is not a stage. This is the court. What I am saying now, the



same was not sufficiently proved.

What's that ?

হাকিম চাহাবে কলে—

Your honour ; Municipality report মতে বাৰ তাৰিখে লাইট totally বন্ধ আছিল।

Is it ?

Yes your honour, I have collected a report from the Chairman of Municipality Board which will surely satisfy you to accept my point.

Can you bring ?

Yes ; your honour, I have collected it.

অজয় আচৰিত। চৌধাৰীয়ে Report খন file ৰ পৰা উলিয়াই দেখুৱালে। হাকিম চাহাবে সেইখন দেখি ডুবাৰমান মূৰ দুপিয়ালে।

এনেতে চৌধাৰীয়ে কৈ উঠিল—

Your honour ; এতিয়া মালতী দেবীক ইয়াত হাজিৰ হবৰ বাবে হুকুম দিব লাগে।

Yes ; মালতী এখোজ দুখোজকৈ কাঠগড়াত উঠিল। চৌধাৰীয়ে তাইক এখন ধৰ্ম্মগ্ৰন্থ হাতত দি কলে— কওক ? যি

কয় সঁচা কয় ।

যি কম সঁচা কয় ।

বাৰু আপোনাৰ নাম ?

মালতী দেবী ।

বিয়া হবৰ কিমান দিন হ'ল ?

আজি প্ৰায় চাৰি বছৰ ।

সঠিক কব নোৱাৰে ?

ওঁ, হয় চাৰি বছৰ ।

আপোনাৰ স্বামীয়ে আপোনাক মৰম কৰেনে ?

স্বামী হৈ ঘৈণীয়েকক········ ।

কিবা কব খুজি কব নোৱাৰাৰ লগে লগে অজয়ে কলে—

Your honour ; this question is personal one. Purely personal.

Your honour ; the case is also personal.

Yes. Yes. Proceed.

তেন্তে আপোনাৰ লগত বেয়া ব্যৱহাৰ কৰা নাই ?

বেয়া ব্যৱহাৰ নকৰিলেনো পিস্তল লৈ গুলিয়াব খোজেনে ?

সেয়া মই কোঁৱা নাই । আপোনাক আপোনাৰ স্বামীয়ে বেয়া ব্যৱহাৰ কৰিছেনে নাই ?



আপুনি 'হঁা' বা 'না' কিবা এটা কওক ?

না ।

তেন্তে গুলি কৰিব খুজিলে কিয় ? কওক ? কিয় গুলি কৰিব খুজিলে ???

এওঁ কথা কেইষাৰ অলপ জোৰ দি কোৱাত তাই থৰ-থৰকৈ কঁপি কঁপি উত্তৰ দিলে—

সেই জোৰ ল'ৰাৰ জন্মবাৰ্ষিকী উৎসৱৰ দিনাৰে পৰা মোক তেওঁ ভাল চকুৰে নোচোৱা হ'ল ।

আপুনি ৰবিনৰ বাহালৈ গৈছিল ?

হয়, গলে বেয়া কিবা হ'ব পাৰে নেকি ?

নাই, নাই বেয়া থাকিব পাৰে বুলি কোঁৱা নাই নহয় । আপুনি গৈছিল— ?

আপুনি তেন্তে সিদিনাৰ পৰা ৰবিনৰ বাহালৈ যায় ?

হয় ।

বাৰু Your honour finished. She can go now.

আপুনি যাব পাৰে ।

Your honour ; এতিয়া হৰিশক ইয়াত আহিবলৈ অনুমতি দিব লাগে ।

Yes ;

হৰিশ আহি কাঠগড়াত উঠিল। মালতী সিফালে গৈ ৰহে। চৌধাৰী আহি তাৰপিনে চাই এবাৰ প্ৰশ্ন কৰে—

হৰিশ ?

কওক ?

সেই মানুহজনীক চিনি পোৱা ?

হয়।

কোন ?

মোৰ পৰিবাৰ।

তোমাৰ বিয়া হবৰ কিমান দিন হ'ল ?

চাৰি বছৰ।

তুমি তাইক খুব মৰম কৰা নহয় ?

হয় কৰিছিলো।

এতিয়া ?

এতিয়াও কৰো।

বাৰু।

সি তাৰ প্ৰশ্ন শেষ কৰাত অজয় আহি হৰিশৰ ওচৰ চাপে। অজয় ইতিমধ্যে ঘামিছে। জেপৰ পৰা ৰুমালখন উলিয়াই কপালত জমা হোৱা ঘামৰ কণিকাবোৰ মোহাৰি ললে। তাৰফালে এবাৰ প্ৰশ্নবোধক দৃষ্টিত চাই সুধিলে—

তোমাৰ ল'ৰাৰ জন্মবাৰ্ষিকী উৎসৱত তুমি ৰবিনক



মাতিছিলা ?

হয়।

সি আহিছিল ?

আহিছিল।

তাৰ বাহাটো চিনি পোৱা ?

হয় পাওঁ।

তুমি তালৈ গৈছিলা জানো ?

হয়, এদিন গৈ উভতি আহিছো।

কিয় ?

এনেয়ে।

এজন মানুহৰ ঘৰলৈ গৈ তাক সাক্ষাৎ নকৰাকৈ কিয় গুচি আহিলা ? এইটো এটা অস্বাভাৱিক কথা।

একো অস্বাভাৱিক নহয়। মই গৈছিলো। পিছে ভাল নলগাত উলটি আহিলো।

সিও একেবাৰে ঘৰত বাৰান্দাৰ পৰা ?

হয়।

ভিতৰত ৰবিন আছিল নে নাই ?

আছিল বোধকৰো।

আৰু কোনোবা আছিল নেকি ?

কব নোৱাৰো।

আছিল, তোমাৰ পত্নীয়ে অকলে ৰবিনৰ লগত কথা পাতি আছিল। সেইবোৰ কথা তোমাৰ কাণত পৰাত তুমি সহ্য কৰিব নোৱাৰি তাৰ পৰা ওলাই আহিছা।

মিছা কথা।

মিছা নহয়। সঁচা। তেতিয়া সময় সন্ধ্যা পাঁচ বাজি গৈছে।

মিছা কথা।

তাৰ পাছত প্ৰায় চাৰে ছয়মান বজাত তাই তোমাৰ ঘৰলৈ আহিল। তাইক বেলেগ মানুহৰ লগত দেখি তুমি…।

এনেতে হৰিশ অধৈৰ্য্য হৈ উঠিল। কপালখন ঘামেৰে ভৰি পৰে। খং মূৰৰ চুলিৰ আগ পায়। "Your honour; মই খুন কৰিবলৈ গৈছিলো। মই গুলি কৰিবলৈ গৈছিলো। স্ত্ৰী হৈ যদি সতীত্ব বজাই ৰাখিব নোৱাৰে তেন্তে Your honour মই কিয়, পৃথিবীৰ যিকোনো পুৰুষেই তাইক গুলি কৰিবলৈ পিছ নুহুঁহকিব। Your honour, আইন কানুনত কি আছে নাজানো। মানুহে সঙ্গী বিচাৰি লয় কিয়? জীৱন সংগ্ৰামত শান্তি পাবলৈ। তাৰ বিনিময়ত যদি বিষপান কৰিব লগা হয়, তেন্তে—? তেন্তে Your honour, কোন মানুহে ধৈৰ্য্য ধৰিব পাৰিব? Your honour, মই যদিও খুন কৰিব পৰা নাই, কৰিলোহেঁতেন।



এই সম্বন্ধে কোনো সন্দেহ নাই। মোক যি শাস্তি দিব লাগে দিয়ক।

কথা কেইষাৰ একে উশাহে কৈ পেলালে। অজয় আচৰিত হ'ল হৰিশৰ নিৰ্ভিক উত্তৰ শুনি। কেচৰ কথা প্ৰায় পাহৰিয়েই গৈছে। কোৰ্টত থকাৰ কথাও পাহৰি গৈছে। এনেতে মনোজে কৈ উঠিল—

বাৰু এই ক্ষেত্ৰত জুৰিৰ মতামত লৈ কিবা এটা সিদ্ধান্তত উপনীত হোৱাই যুগুত। সি চেয়াৰ খনৰ পৰা উঠি যাব ধৰে। এনেতে জেপৰ পৰা কাগজ এটুকুৰা অজয়ৰ হাতত দিলে। সি কাকতখন খুলি চালে—।

"Please meet me in my resident after your court hour." * * * *

সেই কাকত ডোখৰ অৰ্থাত স্লিপখন পাই অজয় মনোজৰ বাহালৈ গৈছিল। তাৰ বাৰান্দাত উঠিয়ে ভিতৰত হঠাৎ পৰিচিত নাৰীকণ্ঠ শুনি থমকি ৰ'ল। শুনি ৰ'ল ভিতৰত হোৱা কথাবতৰা বোৰ। কথা শুনি অজয়ৰ ধৈৰ্য্য হেৰাই গ'ল। ওলাই আহিল সমুখৰ ৰাজ আলিলৈ।

ঘৰ আহি পোৱাৰ অলপ পিছতে ধুমুহা আৰু বৰষুণ আৰম্ভ হ'ল। ইপিনে পোনা কেইদিনমানৰ পৰা উৎকট জ্বৰত চাৰিয়ে পাটিয়ে পৰিছে। মুখখন তাৰ প্লাষ্টিকৰ পুতলাৰ

দৰে শেতা পৰি গৈছে ।

পালেংখনত বহি সি ভাবিব ধৰিলে— পোনাৰ জ্বৰ দিনক দিনে বাঢ়িব ধৰিছে। অথচ তাই এনে বিশ্বাস ঘাতকিনী। পোনাক এনে অৱস্থাত এৰিও হাকিমৰ লগত··· ।

পোনাৰ কপালখনত হাতদি দেখিছে— উহ্ ভগবান ! কপালখন দেখোন পুৰি যাব ধৰিছে !!! ডালি ? ডালি ?!

মাত শুনি ডালি লৰালৰিকৈ আহি পালেংখনৰ ওচৰত থিয় দিলে ।

ডালি ?

কওক ?

থাৰ্ম্মোমিটাৰটো লৈ আহচোন।

বাৰু।

তাই আলমাৰিটো খুলি থাৰ্ম্মোমিটাৰটো আনে। সি থাৰ্ম্মোমিটাৰটো পোনাৰ কাষলতিৰ তলত দি পুনৰ উলিয়াই আনি চাই কলে—

ডালি ?

কওক ।

যাচো'ন, ফোন কৰি ডাক্তৰক মাতগৈ। এতিয়াই আহিব কবি দেই ।

বাৰু ।



ইপিনে বৰষুণত তিতি বুৰি ঘৰলৈ আগবাঢ়িছে মাধৱী। বৰষুণৰ বেগ বাঢ়িছে। মেঘৰ গুম্ গুমনি বাঢ়িব ধৰিছে। তাই প্ৰায় অৱশ হৈ পৰিছে ।

চেণ্ডেল যোৰ হাতত লৈ তথাপি দৌৰিয়েই আছে। খৰকৈ উশাহ লৈ লৈ তাইৰ দম প্ৰায় বন্ধ হোৱা যেন পালে।

কিছুদূৰ আহি বাটত এটি ঘৰ পালে। তাত গৈ তাই আশ্ৰয় লবলৈ বাধ্য হ'ল। কপালখন আৰু চকুযোৰ মোহাৰি সেই ঘৰৰ চালিত থিয় হৈ উস্ উস্কৈ খৰকৈ উশাহ ল'ব ধৰিলে ।

তাই খুবেই ক্লান্ত হৈছে। বুকুখন ধপ্ ধপ্কৈ শব্দ হ'ব ধৰিছে। প্ৰতি শিৰাই উপশিৰাই তেজবোৰ খৰস্ৰো'তত বৰলৈ ধৰিছে ।

অলপ পিছত। বৰষুণ অলপ কমা যেন লাগিল। মেঘৰ গাজনিও অলপ কমি আহিল। বেলি বোধকৰো মাৰ গৈছেই নেকি ?

বেলি মাৰ যোৱা নাই যদিও বৰষুণৰ বতৰ বাবে সন্ধিয়া হোৱা যেন হৈছে ।

তাই ভাবিচিন্তি তাৰপৰা ওলাই আহিল। বৰষুণ লাহে লাহে একেবাৰে নোহোৱা হৈছে ।

ইপিনে ডাক্তৰ আহি পোনাক এটি ইনজেকচন দি

চিৰিঞ্জটো বেগত ভৰাই অজয়ৰ পিনে বিয়োগান্ত দৃষ্টিত এবাৰ চাইছে। এনেতে অজয়ে মাত লগালে—

ডক্তৰ ?

অলপ এইফালে আহক ।

সি পালেংখনৰ পৰা উঠিল। তাৰ ঠাই ডালিয়ে গৈ পূৰণ কৰিলে ।

সি কঁপি কঁপি ডক্তৰৰ পিনে চাই প্ৰশ্নৰ সুৰত সুধিলে—

কেনে দেখিলে ডক্তৰ ?

পোনাৰ মাক কলৈ গৈছে ?

সি হুমুনিয়াহ কাঢ়ি কলে—

য'লৈ গৈছে, বোধকৰো আহিবৰ বাবে যোৱা নাই।

আপুনি কি কৈছে ?

Yes ! Yes ! Doctor ! I am the most unfortunate creature in this word.

আপুনি ইমান অধৈৰ্য্য নহব। পাৰিলে পোনাৰ মাকক মতাই অনাৰ ব্যৱস্থা কৰক। বাৰু মই যাওঁ। দৰকাৰ হলে আৰু এবাৰ আহিম ।

কথাষাৰ কৈ ডাক্তৰ ম্লানবদনে ওলাই আহিল। অজয়ে হতাশমনে চাই থাকিল ডাক্তৰ যোৱাৰ ফালে। এযাৰ কথা তাৰ কাণত তেতিয়াও বাজি থাকিল—

পাৰিলে পোনাৰ মাকক মাতি অনাৰ ব্যৱস্থা কৰক ।

লগে লগে কাণত ভাঁহি উঠিল হাকিম চাহাবৰ বাৰান্দাত বৈ শুনা ভিতৰত ভূঞা চাহাবৰ কথাষাৰ—

'তোমাক মই ভালপাওঁ' 'তোমাক মই ভালপাওঁ' 'তোমাক মই ভালপাওঁ' ।

আকৌ কাণত বাজিল—

'পাৰিলে পোনাৰ মাকক মাতি অনাৰ ব্যৱস্থা কৰক' । 'পাৰিলে পোনাৰ মাকক মাতি অনাৰ ব্যৱস্থা কৰক'। 'পাৰিলে পোনাৰ মাকক মাতি আনাৰ ব্যৱস্থা কৰক'।

"তোমাক মই ভালপাওঁ। তোমাক মই ভালপাওঁ।"

'পাৰিলে পোনাৰ মাকক মাতি অনাৰ ব্যৱস্থা কৰক।'

সি মূৰটো ঘূৰোৱা যেন পালে— কাণ দুখনে যেন একো শুনা নাই। কাণ দুখন দুইহাতেৰে হেঁচি ধৰিলে। ইপিনে ডালিয়ে চিঞৰিছে—

বাবু! বাবু!! বাবু!!!

অজয়ে কাণৰ পৰা হাতদুখন একৰাই ডালিৰ চিঞৰ শুনি ইটো কোঠালৈ লৰ মাৰিলে। ইপিনে মাধৱীৰ, ইমান সময়ৰ পিছতহে মনত পৰিল— পোনাৰ অসুখ। তাইৰ বুকুখন কঁপি উঠিল ।

সিপিনে পোনাৰ জানো কি হ'ল ?

এতিয়াহে তাইৰ নাৰী অন্তৰ, মাতৃঅন্তৰ জাগি উঠিল— তাইৰ বুকুখন বিষাব ধৰিলে। ভৰি দুখন যেন শিল হৈ গৈছে। ইপিনে গাৰ কাপোৰবোৰো তিতি গৈছে। চুলিবোৰ এঠাৰ দৰে মূৰত লাগি ধৰিছে।

পোনাৰ কথা মনত পৰাৰ লগে লগে এটিৰ পিছত আনটি গুমুনিয়াহ আহিব ধৰিলে। কিন্তু তাইৰ ভৰি দুখন যেন আৰু আগুৱাব নোখোজে।

ইপিনে তাই প্ৰায় ঘৰ পাওঁ পাওঁ। এনেতে দেখিলে বাটত এজোপা গছ পৰি আছে। ই অলপ আগতে হৈ যোৱা ধুমুহাৰ তাণ্ডৱ লীলা বোধকৰো।

তাই কোনোমতে ফালৰি কাটি গুছি আহিল। এনেতে এটি কুকুৰে তাইৰ পিনে চাই দীঘলীয়া সুৰত হাউ–উ–উ–উ কৈ চিঞৰিলে দুবাৰমান।

ভয়ত তাইৰ কলিজাটো কঁপি উঠিল। গাৰ নোমবোৰ শিয়ৰি উঠিল। মূৰৰ চুলিবোৰ বোধকৰো তেতিয়া শুকাইছে।

লাহে লাহে তাই পদূলি পালেহি। চিৰিটোত উঠি ৰাবান্দাত ভৰি দি লাইটৰ চুইচটো অন কৰি দিলে।

খিড়িকীখনৰ পৰ্দাখন অকণমান ফাঁক কৰি দিলে। অজয়ে তাইক দেখি বাহিৰা কোঠাটোলৈ আহি দুৱাৰখন



খুলি দিলে। সি তাইৰ পিনে এবাৰ চালে। তায়ো তাৰপিনে চালে। তাৰ মুখখন যেন বাৰুকৈয়ে শুকাই গৈছে। চকুযোৰ ৰঙা পৰিছে।

তাই লাহেকৈ তাৰ ভৰিত পৰিল। চকুযোৰ তাইৰ চকুলোৰে ভৰি গ'ল। সি ইপিনে নিজকে সাৱধান কৰি কোনোমতে চকুলোক বাধা দি ৰাখিলে।

তাৰ—আপুনি মোক ক্ষমা কৰিব। সঁচাকৈ আপুনি মোক ক্ষমা নকৰিলে মোৰ ৰক্ষা নাই। সি চকুৰ পলক পেলালে। চকুলো বাগৰি আহিল। কিন্তু আঙুলিৰে মোহাৰি নিজকে সংযত কৰি ললে। মাধৱী ?

কওক ?

উঠা, আহাঁচোন।

কলৈ ?

সেই কোঠাটোলৈ। তোমাৰ কাপোৰবোৰ তিতি গৈছে। যোঁৱাচোন তোমাৰ কাপোৰবোৰ সলনি কৰি আঁহা।

আপুনি আগতে কওক, মোক ক্ষমা কৰিছে নে নাই।

হঁা !!!

কওক ?

মাধৱী! হাঁ! হাঁ! হাঁ! তোমাক চিৰদিনৰ বাবে ক্ষমা কৰিছো মাধৱী। তোমাক মই ক্ষমা কৰি দিছো।

মধাৱী! তুমি— তুমি! জীৱনটো— মানৱ জীৱনটো ; কি, কি বুলি ভাবা······ ?

কিবা ক'ব খুজিও কব নোৱাৰিলে। তাই ঘটনা বিষম যেন দেখি প্ৰশ্নৰ সুৰত সুধিলে—

পোনা কলৈ গ'ল ?

পোনা ? পোনা ? পোনাক তুমি ক'ত এৰি গৈছিলা ?

শুই আছিল দেখোন। শুইছে, শুইছে, পোনা শুইছে। শুই পৰিছে চিৰদিনৰ বাবে। হাঁ! হাঁ! হাঁ!

বলিয়াৰ দৰে হাঁহিবলৈ আৰম্ভ কৰিলে। তাই সেই কোঠাৰ পৰা ইটো কোঠালৈ আহিল। পালেং খনৰ এটি কোণত ডালি বহি আছিল। তাইৰ গাল দুখন চকুলোৰে ভৰি আছে।

পোনা ? ডালি, পোনা কলৈ গ'ল ?

ন'বৌ! ন'বৌ।

পোনা কলৈ গ'ল ?

ন'বৌ।

তাই হাউ, হাউ কৈ কান্দিব ধৰিলে। মাধৱীয়ে পালেং খনৰ কাষলৈ গৈ পোনাৰ মুখৰ পৰা কাপোৰখন গুচাই তাইও বলিয়াৰ দৰে চিঞৰি উঠিল—

পোনা ? পোনা ??



তাই চিঞৰি চিঞৰি কান্দিব ধৰে। এনেতে অজয়ে সেইটো কোঠালৈ আহি মাত লগালে—

মাধৱী! মাধৱী! হাঃ! হাঃ! হাঃ!

এতিয়াহে জাগি উঠিল তোমাৰ মাতৃ অন্তৰ। মাধৱী! ইয়াৰ বাবে তু—মি দায়ী। হাঃ, হাঃ, হাঃ। নিয়তি, ইয়েই তোমাৰ পৰিহাস। দোষ কৰে কোনে ? শাস্তি ভোগ কৰে কোনে ? হাঃ, হাঃ, হাঃ।

অজয়ৰ গাল দুখন চকুলোৰে ভৰি গ'ল। মাক, দেউতাক দুয়ো বলিয়াৰ দৰে হ'ল। অলপ পিছত পোনাৰ চিতাগ্নি জ্বলি উঠিল।

দুয়োৰে মায়াৰ সংসাৰৰ অৱদান পোনা। সেই পোনাক অজয় আৰু মাধৱীয়ে নিজহাতে চিতাত ভষ্ম কৰি দি আহিল।

মানৱ জীৱনৰ উজ্জ্বল বন্তি হ'ল সন্তান সন্ততি। সংসাৰ ক্ষেত্ৰত তাৰে মায়াত আবদ্ধ মানৱ। সেয়ে যদি কেনেবাকৈ নিপাত হয় তেনেহলে জানো মানুহ পৃথিবীত বাচি থাকিবলৈ প্ৰয়াস্ কৰে ? শান্তি পাবলৈ ঠাই থাকে জানো ? যদি নাই তেন্তে ইহত দুজনৰ অৱস্থা কি হ'ব ? কোনে বাৰু চতিয়াব শান্তিবাৰি অজয় আৰু মাধৱীৰ উত্তপ্ত কলিজাত ?

জ্বলি জ্বলি দুয়ো তেন্তে ভষ্ম হৈ যাব ? যদি সেয়ে হয়, তেন্তে দায়ী কোন তাৰবাবে ? মাধৱী নে অজয় ? * * *

মাজৰাতি। পূৰ্ণিমাৰ জোনটো কেনে ধুনীয়া। তাইও আজি লুকাইছে, পাতল ডাৱৰৰ ওৰণি লৈ। মাজে মাজে জোনৰ ক্ষীণ পোহৰ আহিছে এই অশান্ত ধৰাখনিলৈ। মাজৰাতি প্ৰত্যেকেই নিদ্ৰাত মগ্ন।

নিৰৱ পৃথিৱীখন। লগতে নিৰৱ গছ, লতা, তৃণ, তৰু, ফুল, ফুলনি। জাগি আছে কেৱল নিশাচৰ প্ৰাণী।

ঘড়ীত টং টংকৈ দুটা বাজিল। মাধৱী নিশাচৰ জানো?

তাই জাগি আছে। পালেং খনৰ এটি কোণত তাই, আনটি কোণত অজয় টোপনিত মগ্ন। তাই লাহেকৈ উঠিল। ডিম বাল্বটো তেতিয়াও জ্বলি আছিল।

সিপিনৰ কোঠাটোত ডালি। গোটেই দিন পৰিশ্ৰমৰ পিছৰ জিৰণি সেয়া টোপনি। তায়ো টোপনিত মগ্ন।

মাধৱীৰ কাণ, নাক, ডিঙি শুদা। কতো এপদো অলঙ্কাৰ নাই। মাত্ৰ মুখখনি অলঙ্কৃত কৰিছে বিষাদৰ ছাপ এটিয়ে।

অজয় টোপনিত লালকাল। তাই লাহেকৈ অজয়ৰ ভৰি দুখনৰ পিনে গৈ আঁতৰে আঁতৰে সেৱা কৰিলে। লাহেকৈ মুখখন এবাৰ চালে! দীঘল হুমুনিয়াহ এটি ওলাই আহিল। হঠাত তাইৰ অজ্ঞাতে দুটোপাল চকুলো বাগৰি আহি অজয়ৰ গালত পৰিল।



কি বিষদৃশ্য এয়া! তাই ইমান ৰাতি কি কৰিছে? তাই অজয়ৰ পৰা বিদায় লৈছে জানো? কলৈ যাব তেন্তে? মনোজৰ তাত নেকি? ইমান ৰাতি?

কোনে কব !!?

নাৰীৰ মন স্বয়ং মহাদেৱেও হেনো পোৱা নাছিল।

তাই লাহেকৈ দুৱাৰৰ ওচৰ চাপিল। অতি গোপনে দুৱাৰৰ খিলটো খুলি ইপিনে এবাৰ চাই ওলাই আহিল।

কলৈ গ'ল?

মহাদেৱে যি নাৰীৰ মন পোৱা নাছিল, সেই নাৰীৰ মনৰ বিষয়ে কোৱা জানো সহজ?

সেই নাৰীকে লৈ মানুহে সংসাৰ পাৰে। সুখৰ সপোন দেখে। কিমান কি কল্পনা কৰে। বিচিত্ৰ জগতখনৰ বিচিত্ৰ ৰূপ বিচাৰি পায়, নাৰীৰ মাজেদিয়েই।

অজয়ে বিয়াৰ আগৰে পৰা কিমান কথা কল্পনা কৰি তাইক জীৱন সঙ্গিনী বাচি ললে। বিয়াৰ পিচত জীৱন ৰথ চলি গল ধীৰে ধীৰে।

এতিয়া?

এতিয়া ৰাতি পুৱাবনে আকৌ ৰাতি হ'ব?

* * * ইপিনে ৰাতি প্ৰায় শেষ হৈ আহিছে। কুকুৰাৰ প্ৰথম ডাক পৰিবৰ হৈছে। লগে লগে অন্যান্য

চৰাই চিৰিকতি বোৰেও সুললিত সুৰে গান গাবলৈ জাগি উঠিছে।

পূৱপিনে থকা পাহাৰৰ সিপাৰৰ নীল আকাশখন পৰিষ্কাৰ হৈছে। এজাক মৃদু বতাহ বলিছে।

পাহাৰ খনৰ তলৰ বাটটোৰেদি এখন ট্ৰেইন আহি থামিল। এজাক খাকী পোচাক পিন্ধা মিলিটাৰী সেই ষ্টেচনত নামিল।

ইপিনে ডালি বিচনাৰ পৰা উঠি মুখ হাত ধুই চাহ জলপান তৈয়াৰ কৰাত ব্যস্ত। লুচি কেইখন হৈ যোৱাৰ পিছত কেটলিটো উঠাই দি অজয়ক মাতিবলৈ আহিল। পূবপিনৰ খিড়িকীখন খুলি দিয়াৰ লগে লগে তাই উচপি উঠিল। তাই আচৰিত হৈ চিঞৰি উঠিল—

বাবু! বাবু!! বাবু!!!

ওঁ,

বাবু?

কি হ'ল?

বাবু, ন'বৌ নাই দেখোন।

কথাষাৰ তাৰ কাণত পৰাৰ লগে লগে সি জাপ মাৰি উঠিল।

কি?



ন'বৌ দেখো নাই……।

কলৈ গৈছে?

কব নোৱাৰোঁ।

বাহিৰত গৈছে হবলা?

নাই দেখোন?

বাথৰূমত চাইছা?

নাই দেখোন তাতো।

সি নিজেই বাথৰূমলৈ গৈ চালে। ইপিনে সিপিনে এবাৰ চালে। নাই, কতো নাই। সি ভাবি অস্থিৰ।

কলৈ গ'ল?

ওঁ বুজিছো।

লাহেকৈ গৈ টেবিলৰ ড্ৰয়াৰৰ পৰা গাড়ীৰ চাবিটো উলিয়াই জেপত ভৰাই পোনে পোনে গেৰেজৰ পিনে আগাবাঢ়ে।

ডালিয়ে তাৰপিনে হতাশ হৈ চাই থাকে। অলপ পিছত মাত লগায়—

বাবু? বাবু?? বাবু???

সি একো নকৈ নিৰ্ব্বিকাৰ ভাবে গেৰেজলৈ গৈ টেক্সিখনৰ দুৱাৰখন খুলিলে। কিবা মনত পৰাত আকৌ ঘৰলৈ আহে।

অইন এখন টেবিলৰ ড্ৰয়াৰ এটা খুলি পিস্তলটো উলিয়াই গুলি আছে নে নাই লক্ষ্য কৰে। ভালকৈ চাই জেপত ভৰাই গদ্ গদ্কৈ ওলাই আহি টেক্সিত উঠি ষ্টাৰ্ট দিলে।

বেলিটি ইপিনে থাওঁ থাওঁকৈ উঠিব ধৰিছে। ডালিয়ে একো কব নোৱাৰি কেৱল কঁপিবলৈ আৰম্ভ কৰিলে।

সি গাড়ীখন ঘূৰাই লৈ পিছপিনৰ বাটটোৰেদি যাব আৰম্ভ কৰে। এনেতে এজন মিলিটাৰী অজয়হঁতৰ ঘৰৰ পিনে আহিব ধৰিছে। সেই মিলিটাৰী জনক অহা দেখি ডালিৰ বুকুৰ কঁপনি বেচি হ'ল। মিলিটাৰীজন তাইৰ পিনে আহি খট্ককৈ জোতাৰ শব্দ কৰি তাইৰ পিনে চাই কপালত হাত আগুৱাই কলে— ছে-লুট।

তাই তাৰ চিঞৰ শুনি উচপখাই উঠিল।

এৰা, ডালি, পাহৰি গৈছা ? মই এতিয়া মিলিটাৰী টিচিং অফিচাৰ বুজিছা ? এঁ বাবু। ন'বৌ কলৈ গ'ল ?

তাৰ কথাবোৰ শুনি ডালিৰ চকুলো বাগৰি আহিল। তাইৰ ম্লান বদন, তাতে চকুলো দেখি ডলে তাইক আঁকোৱালী ধৰি কলে—

এৰা, কি হৈছে তোমাৰ ? বাবু, কলৈ গ'ল ? ন'বৌও দেখোন নাই ?

তাই কান্দি কান্দি কলে—



ডল। ন'বৌ নাই, পোনাৰ মৃত্যুৰ.........।

মৃত্যু ? পোনা তেন্তে নাই ?

নাই।

ন'বৌ।

ন'বৌ বলিয়াৰ দৰে হৈছিল।

এতিয়া ?

এতিয়া কলৈ গ'ল কোনেও নেজানে।

বাবু!

বাবু, এয়া এতিয়াই টেক্সিখন লৈ কলৈ যে গ'ল তাৰ ইয়ত্বা নাই।

ইস্ হৰি, ঘৰখন তেন্তে সৰ্ব্বনাশ হ'ল ?

তাই তাক ভালদৰে সাৱটি ধৰি কলে— ডল! তই আৰু মোক এৰি নাযাবি।

এৰা, মই টিচিং অফিচাৰ। মই ছুটীতহে আহিছো। ৰবা, ৰবা, ফোন কৰি পুলিচ থানালৈ খবৰটো দিওঁ।

ইপিনে অজয়ে গাড়ীৰ এক্সেলেটাৰ পূৰা মাত্ৰাই টিপি দিছে। গাড়ীখন চলিছে প্ৰায় ৫০।৬০ মাইল স্পিডত। হঠাৎ সি ব্ৰেগটো টিপি দিলে। ৰেল ক্ৰচিং গেটখন বন্ধ হৈ যোৱা বাবে তাতে অলপ থামিল। * * *

ডল আৰু ডালিয়ে ফোন কৰি সিটো কোঠাৰ পৰা ইটো

কোঠালৈ আহিল। ডলে এবাৰ ডালিৰ ফালে চাই মাত লগালে—

ডালি?

কোঁৱা?

এতিয়া?

এতিয়া কি কৰিব খোজা?

এতিয়া মই যাব খোজো।

কলৈ? যুদ্ধলৈ?

নাই, মই ছুটী লৈ আহিছো নহয়। ঘৰলৈ যাওঁ। ছুটী শেষ হলে আকৌ চাকৰিত জৈন কৰিম গৈ।

মইও যাম।

হুঁ। তই আকৌ ক'লৈ যাবি?

তই য'তে যা।

বাহ্‌ৰে মই ঘৰৰ পৰা ছুটী শেষ হোৱাৰ লগে লগে চাকৰিত ভৰ্ত্তি হমকৈ দেখোন।

মইও তোৰ ঘৰলৈ যাম।

পিছত তই য'তে যা, ময়ো যাম।

এৰা, মই দেশৰ সেৱা কৰিব যাম। দৰকাৰ হলে প্ৰাণো দিম।

মই তোৰ সেৱা কৰিম।



কেনেকৈ?

তই দেশৰ সেৱা কৰিবি। মই তোৰ সেৱা কৰিম। দেশৰ সেৱা কৰাজনক আন এজনে সেৱা কৰাটো জানো ধৰ্ম্ম নহয়?

কথা কেইষাৰ শুনি সি স্থিৰেৰে থাকিব নোৱাৰি ডালিক বুকুৰ মাজত সাৱটি ধৰিলে। গাল খনত চুমা এটা খাই—

ডালি, তোক মই নেৰো। কেতিয়াও নেৰো। বাবু আহিলেই দুয়ো যামগৈ। বাৰু চাহ এটোপাকে লৈ আঁহাগৈ।

গৈছো।

তাই চাহ আনিবলৈ যায়। ইফালে ট্ৰেইনখন ঘচ্‌ ঘচ্‌ শব্দ কৰি পাৰ হৈ যায়। ক্ৰচিং গেট খোলাৰ লগে লগে এক্সলেটাৰটো আকৌ হেঁচি দিয়ে অজয়ে। তৎক্ষণাৎ গাড়ী গৈ এটি ঘৰৰ সমুখত ৰ'লগৈ। গেটখন খুলি সি সোমাই গ'ল।

সি গদ্‌ গদ্‌কৈ ফুলনি খনৰ ওচৰৰ ঘৰটোৰ চালিত উঠিল গৈ! কলিং বেলৰ চুইচ্‌টো টিপি দিলে।

এবাৰ দুবাৰকৈ কেবাবাৰো টিপিলে। সাৰ শব্দ একো নাই। সিপিনে বেৰত থকা নেমপ্লেট খন চালে—

"Manoj Bhuyan, B.A. Sr. E.A.C. In."

আখৰ কেইটি দেখি চুইজটো আকৌ এবাৰ টিপি দিলে।

মনোজ তেতিয়াও টোপনিত মগ্ন আছিল। এইবাৰ তাৰ কাণত বেলৰ শব্দ পৰাত সি চমকি উঠিল। তাৰ টোপনি ভঙ্গ হ'ল। সি এবাৰ গা মোহাৰি ললে। গাৰ বিষ হৈছে। বোধকৰো ৰাতি বটল পিয়াৰ ফল।

এনেতে আকৌ এবাৰ বেল বাজি উঠিল। সি স্লিপিং ড্ৰেচযোৰ পিন্ধিয়েই বিচনাৰ পৰা নামি দুৱাৰ খুলি দিলে।

অজয়ৰ বিৰাট মূৰ্ত্তি দেখি সি অলপ আচৰিত হ'ল।

চকুযোৰ তাৰ ৰঙা পৰিছে। চুলিবোৰ ৰুক্ষ। সি অজয়ক তেনে অৱস্থাত দেখি মাত লগালে—

এৰা, বকুৱা দেখোন ?

মনে মনে থাকক। কথা নকব।

কিয় ?

সি জেপৰ পৰা পিস্তল উলিয়াই মনোজৰ বুকুৰ ফালে লক্ষ্য কৰি—

Hands Up.

সি হাত উঠালে।

মাধৱী ক'ত ?

অহ্ !

মাধৱী ক'ত ? কওক। নহলে একে গুলিতে মূৰ উৰাই দিম।



বেচ্, আহক !!

ক'ত ?

আহক ভিতৰলৈ।

সি আগে আগে। অজয় পিছে পিছে পিস্তলৰ নলটো পোন কৰি যায়।

ক'লা পৰ্দ্দাখন টানি টেবিলৰ ফালে দেখুৱাই দিলে—।

মাধৱীৰ ফটোখন ফুলৰ মালাৰে বেচ্ ধুনীয়াকৈ সজাই থোৱা আছে।

এইয়া দেখিছে ? মাধৱী। দেখক। মাতক ? লৈ যাওক।

কি ? কি কৈছে ?

আহক ভিতৰলৈ। আহক।

পৰ্দ্দাখন ফাঁক কৰি দি টেবিলত থকা বটলবোৰ দেখুৱাই—

দেখিছে ? মাধৱীক পাহৰিবৰ বাবে, মাধৱীৰ শান্তিৰ বাবে মই সিবিলাকৰ লগত বন্ধুত্ব কৰিছো। আপুনি ? মাধৱীৰ বাবে কি কৰিছে ? ক'ত গ'ল মাধৱী ?

অজয় আচৰিত। হাতৰ পৰা পিস্তলটো খহি পৰিল।

কিয় ? কিয় পেলাই দিলে পিস্তল ? উঠাওক। কৰক গুলি—।

ভূঞা ? মই ভুল কৰিছো ভূঞা। মাধৱী বোধকৰো

এই পৃথিবীত নাই ।

মাধৱী নাই ?

নাই ।

হাঁ ! হাঁ ! হাঁ ! আপুনি মোক সন্দেহ কৰিছিল ? সন্দেহ কৰিছিল আপুনি ? মই মাধৱীক ভাল পাইছিলো সঁচা, এতিয়া নহয় । আপোনাৰ লগত বিয়া হোৱাৰ আগতে । বিয়াৰ পিছত তাই মোৰ ভনী—ভনী !

তাৰ কথাবোৰ শুনি অজয় স্থিৰেৰে থাকিব নোৱাৰিলে । বাহিৰলৈ ওলাই আহিল ।

মনোজ পিস্তলটো লৈ পিছে পিছে আহিল । অজয় যাব খোজাত মনোজে মাত লগালে—

বৰুৱা ? বৰুৱা ?

সি এবাৰ ঘূৰি চালে ।

এইয়া লওক আপোনাৰ পিস্তল ।

মনোজে পিস্তলটো দিব খোজাত অজয়ৰ দু'চকুৰেদি চকুলো বাগৰি আহিল । করুণ কণ্ঠে মনোজৰ ফালে চাই মাত লগালে—

ভূঞা ?

কথাষাৰ কৈ তাৰ হাতত ধৰে— ।

ভূঞা মোক ক্ষমা কৰিব ?



শব্দ কেইটি কোঁৱা শেষ হোৱাৰ লগে লগে ভূঞাই তাক সাৱটি ধৰে । দুয়োৰে চকুলো বাগৰি আহে ।

বৰুৱা ? মই আপোনাক ক্ষমা কৰিব পাৰিম তেতিয়া— যেতিয়া মাধৱীৰ লগত মই আপোনাৰ পুনৰ মিলন ঘটাই দিব পাৰিম । এতিয়া নহয় । ব'লক যাওঁ । তাইক বিচাৰি উলিয়াবই লাগিব । দুয়ো আহি গাড়ীখনত উঠিল । বৰুৱাই গাড়ী ষ্টাৰ্ট দিলে । ওলাই গ'ল দুয়ো মাধৱীক বিচাৰি । কিন্তু পাব জানো ? * * * *

দুয়ো গাড়ীখন লৈ চহৰৰ ইমূৰৰ পৰা সিমূৰলৈ এপাক মাৰিলে । কিন্তু কতো মাধৱীৰ সন্ধান নেপালে । ব্যৰ্থ মনোৰথ হৈ বাহালৈ উলটি আহিল ।

গাড়ীখন বাহিৰত থৈ দুয়ো অফিচ ৰুমৰ ভিতৰেদি ভিতৰুৱা ঘৰত সোমাল । দুয়োৰে মুখত বিষণ্ণতাৰ ভাৰ ।

মনোজে ভাবিছে, ইহঁতৰ সুখময় জীৱনত অশান্তিৰ সৃষ্টি হোৱাৰ বাবে দায়ী সি । কিন্তু তাৰ জানো দোষ আছে ? চৰকাৰী চাকৰিৰ খাতিৰত সি সেই চহৰলৈ আহিছে । মাধৱীৰ লগত যদিও তাৰ কিবা সম্পৰ্ক আছিল, বৰ্ত্তমান সিতো তাইৰ ওচৰত একো আবেদন কৰা নাই । অজ্ঞাতে নিমন্ত্রণ ৰক্ষাৰ বাবেহে সি মাধৱীহঁতৰ ঘৰলৈ গৈছিল । তাই অজয়ৰ পত্নী বুলি জনাহেঁতেন নিশ্চয় নগলহেঁতেন ।

দুয়ো বহি নানা কথাবতৰা পাতিব ধৰিলে।

এনেতে ডালিয়ে দুকাপ চাহ আৰু খোৱাৰ বাবে লুচি আনি দিলে। মনোজে লুচি খনত কামোৰ মাৰিছে। এনেতে ডালিয়ে আহি কলে— বাবু! ডল আহিছে?

ক'লৈ গ'ল?

ষ্টেচনলৈ।

কিয়?

লুচিখন হাতৰ পৰা থৈ মনোজে তাইলৈ চাই থাকে। এনেতে মনোজে মাত লগালে তেন্তে পলম কৰি লাভ নাই।

ওঁ। আপুনি?

মইও যাম। নিশ্চয় ষ্টেচনত লগ পাম।

দুয়ো চাহ খোৱা এৰি বাহিৰৰ গাড়ীত উঠিলহি। অজয়ে গাড়ী চলোৱা আৰম্ভ কৰিলে। ষ্টেচন.টা টাউনৰ পৰা প্ৰায় এমাইল দূৰত। সি গাড়ীখন বেচ্‌ খৰকৈ চলাইছে। এনেতে হঠাত ব্ৰেগ টিপি দিলে।

অ' ডল দেখোন?

ক'ৰ পৰা?

ষ্টেচনৰ পৰা।

তোমাৰ ন'বৌ।

লগ পোৱা নাই। মই কিমান বিচাৰিলো তেওঁৰ



সন্ধান নেপালো।

বাৰু, ট্ৰেইন এৰিবৰ কিমান সময় হ'ল?

প্ৰায়, আধা ঘন্টামান।

দুয়ো দীঘল হুমুনিয়াহ কাঢ়ে। এনেতে মনোজ কৈ উঠিল।

বোধকৰো দেউতাকৰ ঘৰলৈ গৈছে।

ওঁ।

কথাষাৰ কৈ গাড়ীখন ঘুৰাই লৈ আকৌ ঘৰলৈ আহিল।

বৰুৱা?

কওঁক?

আপুনি সাজু হওক। মই বাহাৰ পৰা আঁহো। আপুনি পলম নকৰিব। তাই নিশ্চয় ঘৰলৈ গৈছে।

কথাষাৰ কৈ মনোজ ওলাই গ'ল। লৰালৰিকৈ গৈ ভালকৈ পোচাক যোৰ পিন্ধি বাকচ এটি হাতত লৈ আকৌ অজয়ৰ বাহালৈ আহিল।

অজয় বেচাৰা তেতিয়াও বিষণ্ণ মনে বহি আছে।

এৰা, আপুনি বহি আছে দেখোন?

ওঁ।

কি কৰিব কয়?

বলক তাইৰ ঘৰলৈ যাওঁ।

লাভ নাই ।

কিয় ?

তাই তাত যোৱা নাই ।

মোৰ বিশ্বাস, গৈছে । নহলে ক'লৈ যাব ?

নাই নেযাওঁ ।

গৈছে যাব দিয়ক ।

Mind that Baruah, She is your wife. তাইৰ যদি কিবা এটা হয় আপোনাৰ সৰ্ব্বনাশ হ'ব ।

সৰ্ব্বনাশ হবলৈ বাকী আছে জানো ?

বৰুৱা ?

ভুঞা, নাৰীৰ বাবে অন্ধ পুৰুষে জীৱন দিয়ে । নাৰীয়ে কি দিয়ে জানে ? বিষ দিয়ে । বিষ !

বৰুৱা ? Partially you are also responsible. যিহক এতিয়া সেইবোৰ আলোচনা কৰি লাভ নাই। আপুনি সাজু হওক ।

বাৰু।

সি পোচাক যোৰ বদলি কৰি আকৌ গাড়ীত উঠিল। দুয়ো গৈ মাধৱীহঁতৰ ঘৰ পালেগৈ ।

টেক্সিৰ হৰ্ণ শুনি ভাৰতী দৌৰি আহিল। তাই গাড়ীখনৰ ওছৰলৈ আহি চিঞৰি উঠিল ।



ভিনীদেউ আহিছে ! ভিনীদেউ আহিছে !!

মনোজে তাইক দেখি আচৰিত হ'ল। কোন এই ? তাইৰ পিনে ভাললৈ চাব ধৰিলে।

ইতিমধ্যে মাধৱীৰ মাক আহি উপস্থিত। দুয়ো গাড়ীৰ পৰা না মিল ।

মনোজে আচৰিত হৈ ভাৰতীৰ পিনে চাই ৰ'ল। এনেতে ভাৰতীৰ মাকে মাত লগালে—

এৰা, বোপা মনোজ দেখোন?

হয় মাহীদেউ !

কথাযাৰ কৈ মানুহ গৰাকীৰ ভৰিত ধৰি সেৱা কৰিলে। অজয়েও তাকে কৰিলে । মনোজে কিন্তু আকৌ তাইৰ পিনে প্ৰশ্নসূচক দৃষ্টিত চালে ।

ভাৰতীও আচৰিত হৈ তাৰ ফালে চাব ধৰিলে । ভাৰতীৰ মাকে হাঁহি কলে—

ওঁ বুজিছো !

মনোজ উচপি উঠিল। লগে লগে দৃষ্টি ফিৰাই লৈ সেপ ঢুকি চকুৰ পলক পেলাই তেওঁৰ পিনে চালে ।

তুমি তাইক চিনি পোৱা নাই হবলা ?

মা—নে— ?

ভাৰতী ।

ওঁ, এতিয়া বুজিছো ।

সি তাইৰ গালত পিটিকি দিলে। চাৰিওজনে ঘৰৰ ভিতৰলৈ সোমাই গ'ল। মনোজে প্ৰথমতে প্ৰশ্ন কৰিলে—

মাহীদেউ !

বোপা ?

মাধৱী কলৈ গ'ল ?

তেওঁ অলপ আচৰিত হৈ উত্তৰ দিলে—

ক'তা অহা নাই দেখোন।

অহা নাই ?

ছুয়ো আচৰিত।

তেন্তে ?

কলৈ গৈছে ? কি হৈছে ? কোঁৱা বোপা ? কোঁৱা ?

অজয়ৰ পিনে চাই তেওঁ কলে—

কিবা কাঁজিয়া হৈছিল নেকি বোপা ?

আপুনি অহাৰ কেইদিনমানৰ পিছৰ পৰা তাই কেনেবা হৈ যাব ধৰিলে।

তেওঁ অহা মানে......। পোনাৰ মৃত্যুৰ পিছত তেওঁ অজয়হঁতৰ ঘৰলৈ গৈছিল।

পিচত ?

আজি ৰাতি পুৱাৰ পৰা নাই।



নাই ?

হয়।

হে হৰি......। তেন্তে তাই কলৈ গ'ল ?

কথাষাৰ কৈ তেওঁ কান্দিব ধৰিলে।

মাহীদেউ ?

বোপা ?

এতিয়া কান্দিলে একো লাভ নাই। তাইক বিচাৰি যাব লাগিব! আমি যাওঁ।

বোপা ?

তেন্তে মিঃ বৰুৱা, বলক ?

ছুয়ো গৈ গাড়ীত উঠে। লগতে ভাৰতী আৰু ভাৰতীৰ মাকো উঠিল। ঘৰত গাড়ীখন থৈ চাৰিওজনে ট্ৰেইনৰ টিকট কাটি ট্ৰেইনত উঠিল।

ক'লৈ যায় ? ক'ত বিচাৰি পায় ?

[ ১৩ ]

দুদিন দু'ৰাতি যোৱাৰ পিছত আটায়ে ক্লান্ত। ভাৰতীৰ ৰঙা গাল দুখন ক'লা পৰিছে। যৌৱন মাদকতাপূৰ্ণ হাঁহি তাইৰ মুখখনৰ পৰা নাইকীয়া হ'ল ।

অজয়ৰ মুখখন দাড়িৰে ভৰি গৈছে। মনোজো ভাবি তাবি ক্ষীণাই গৈছে। সিদিনা ৰাতিপুৱা ট্ৰেইনখন আহি ষ্টেচনত থামিল। ভাৰতী বোধকৰো মুখহাত ধুই চুটকেচৰ পৰা আয়নাখন উলিয়াই মূৰটো আচুৰিছে।

ইপিনে ভাৰতীৰ মাকে ফ্লাস্কটোৰ পৰা চাহ বাকিছে। এনেতে ভাৰতী আহিল।

তাই অহা দেখি মাকে চাহৰ কাপ কেইটা দিবলৈ আদেশ দিলে। ভিনীয়েকক চাহকাপ দি আনটো কাপ তাই মনোজৰ ফালে আগবঢ়াই দিলে।

ভাৰতী যদিও অকণমান ক্ষীণাইছে তথাপি তাইৰ চকুযোৰৰ চপলতা অলপো হ্ৰাস হোৱা নাই। উঠন বুকুখন পাতল হোৱা নাই। তাই মনোজক নতুন নতুন দেখিব



ধৰিলে! মনোজৰ কিন্তু ইপিনে অকণো ভ্ৰূক্ষেপ নাই। সি ভাবিছে যদি সঁচাকৈ মাধৱীক বিচাৰি পোৱা নেযায় তেন্তে বেচাৰা বৰুৱাৰ কি হ'ব? সি হয়তো উদাসীন হ'ব। কিন্তু তাৰ বাবে দায়ী কোন?

নিশ্চয় সি! কাৰণ বৰুৱাই সেইদিনা সকলো গম ধৰি আছিল। বোধকৰো সকলো জানি পাইছে। কিন্তু তাৰ দেখোন সন্দেহ আঁতৰাই দিয়া হৈছে। নহলে সি পিস্তলটো পেলাই দিলেহেঁনে কিয়? ক্ষমা খুজিলে কিয়?

এনেতে ভাৰতীয়ে মাত লগালে—

চাহ লওক।

ওঁ।

কৈ তাইৰ পিনে এবাৰ চালে। সেই মাধৱী। মাধৱীৰ ৰূপত ভগবানে ভাৰতীকো স্ৰজন কৰিছে। তাৰ কামনাসিক্ত চাৱনীত তাইৰ গাল দুখন ৰঙা পৰি উঠিল। নাকেদি তপত নিশ্বাস্ ব'ব ধৰিলে।

সি লওঁ নলওঁকৈ চাহৰ কাপটো তাইৰ হাতৰ পৰা ললে। চাহ দি ভাৰতী নিজৰ বহা ঠাইলৈ আহিল। এনেনে ট্ৰেইন খনে শেষ হুইচেল মাৰি ৰাওনা কৰিলে।

ডবাটোত মাথোন সিহঁত চাৰিটা। আটায়ে একোখন বেদনাক্লিষ্ট অন্তৰ লৈ যাত্ৰা কৰিছে। কিন্তু তাৰ মাজতো

পাতল আনন্দৰ ৰেখা এটা জিলিকি উঠিছে।

মনোজ আৰু ভাৰতী। ঠিক মুখামুখী হৈ বহিছে। দুয়ো গাড়ীৰ তালে তালে মূৰ দুপিয়াইছে। দুয়োৰে চকুত যৌৱনৰ ঢল।

তাই মাজে মাজে অতি গোপনে মনোজৰ পিনে চাইছে। মনোজে আকৌ মাজে মাজে ধৰা পেলাইছে। তাই লাজত ৰঙাচিঙা পৰিছে।

ইপিনে অজয়। প্ৰিয়াৰ বিচ্ছেদ বেদনাত ক্লান্ত। ক'লৈ গ'ল তাই? ক'ত গলে বিচাৰি পাম? ক'লৈ বা গৈছো?

তাৰ মনত পৰিল এঁফাকি কবিতা—

প্ৰিয়া মোৰ লুকালা ক'ত?
বিচাৰি বিচাৰি খালো যে হাবাথুৰি।

শান্তি নাপায় কোনো কথা ভাবি। তাক এতিয়া লাগে অকল মাধৱীক।

মাকে ইপিনে ভাবি ভাবি সকলো আশা ত্যাগ কৰি মাজে মাজে চকুলো টুকিছে। ভাৰতীৰ গাভৰু মনটোত ভাঁহি উঠে ৰঙীণ আশাভৰা কল্পনা। ভৰা যৌৱন তাইৰ বুকুত। পৰশৰ আশাত কোমলতকৈ কোমলতম হৈছে।

লগতে সুশ্ৰী ডেকা মনোজ। তাৰ লগত তাইৰ কথা



পাতিবৰ মন যায়। কিন্তু যেতিয়া ভিনীয়েকৰ কালে চকু পৰে তাইৰ সকলো আশা মাৰ যায় ক'ৰবালৈ।

গন্তব্য স্থানত ট্ৰেইনখন আহি থামিল। আটায়ে নামি আহি এখন হোটেলত আশ্ৰয় ললে।

ভাগ্য অন্ধ হবলা!

হোটেলত নাম লিখোৱাৰ সময়ত হঠাত অজয়ৰ চকুত পৰিল মাধৱীৰ নামটিত। ৰেজিষ্টাৰ খনত ফটফটীয়াকৈ লিখা আছে। অঙুলিৰে নামটো দেখুৱাই দি মেনেজাৰক সুধিলে অজয়ে—

এই মাইকীজনী ক'ৰপৰা আহিছিল?

মেনেজাৰে খাতাখন ভালকৈ দেখুৱাই দি কলে—

দেখিয়ে না বাবুজী, ইধাৰ লিখা হাঁয়। আসাম সে আয়ে থে।

কেতিয়া গৈছে?

১০।২।৬২ মে।

ক'ত গৈছে জানে নেকি?

ইয়েতো মেই কহনে নহী চেকতা হাঁয়।

বাৰু।

সি তাৰ নাম ঠিকনা লিখি শেষ কৰি দিলে। মেনেজাৰ তাৰপৰা ওলাই আহিল। এনেতে মনোজে আহি মাত

লগালে—

আপুনি কি ঠিক কৰিলে ?

বোধকৰো এইখন চহৰতে আছে।

বাৰু, অলপ বেষ্ট লৈ বলক যাওঁ।

অজয় বাথৰুমলৈ যায়। এনেতে ভাৰতী আহিল। এতিয়া তাই তাৰ লগত কথা পাতিবৰ সুযোগ পালে।

মনোজ দা ?

সি উচপি উঠিল। তাই অলপ লাজ পালে।

মাফ কৰিব।

ওঁ, বাৰু কোঁৱা।

কি কলে ?

কোনে ?

হোটেল মেনেজাৰে।

ইয়াত আহিছিল। কিন্তু ক'ত গ'ল ক'ব নোৱাৰে।

আবেলি আকৌ অজয় মনোজ দুয়ো ওলাল মাধৱীৰ সন্ধানত। অপৰিচিত চহৰখনত দুয়ো খোজ কাঢ়ি কেবাদিনো ফুৰিলে! অৱশেষত ক্লান্ত হৈ সেইখন চহৰৰ পৰা উভটিল। এখন দুখনকৈ কেবাখনো চহৰ, গাওঁ-ভূঁই বিচাৰিলে।

বাতৰি কাকত আলোচনী আদিতো মাধৱীৰ নিৰুদ্দেশৰ বাতৰি ওলাল। কিন্তু কোনেও মাধৱীৰ সন্ধান দিব



নোৱাৰিলে। অৱশেষত মনোজ নিজৰ কৰ্ত্তব্য পথত নামি পৰিল। কৰ্ম্মস্থানলৈ অহা যোৱা আৰম্ভ হ'ল। অজয়েও তাকে কৰিলে। * * *

অজয়ে দিনে নিশাই টকা ঘটিবৰ দিহা কৰিলে। চাৰিও পিনৰ পৰা টকা পইচাও যথেষ্ট আহিল। দুই মহলাৰ ঘৰটো চাৰিমহলালৈ ৰূপান্তৰিত হ'ল। চহৰখনত চাৰিও-পিনে তাৰ নাম, যশ ফাটি গ'ল।

গোটেই দিন অজয় নানা কেচত কোৰ্টত ব্যস্ত থাকে। সন্ধিয়া অফিচ ৰুমত মক্কেল লৈ ব্যস্ত! আঠ বজাৰ পৰা দহ বজালৈ আইনৰ কিতাপ পঢ়াত ব্যস্ত, কিন্তু শান্তি নাই।

ধন দৌলত যিমান লাগে তাতোকৈ বহুত বেছি হৈছে। কিন্তু নাই কেৱল মাধৱী। কেৱল শান্তি।

এদিন ৰাতি প্ৰায় আঁঠ মান বজাত। হঠাত মনোজ আহি উপস্থিত। অজয় তেতিয়া আইনৰ কিতাপৰ মাজত বুৰ গৈ আছে।

May I disturb you ?

অঃ মিষ্টাৰ ভূঞা। আহক। বহক ?

কি চাইছে ?

সেই খুনী কেচটো...।

অহ...।

বাৰু আহক ভিতৰলৈ।

আপুনি পঢ়িছে দেখোন?

এৰা, বাদ দিয়ক।

দুয়ো ভিতৰলৈ গৈ ৰহে। অজয়ে ৰান্ধনি ঘৰলৈ গৈ ভাত বন্ধা লৰাজনক চাহ কৰিবলৈ কয়। সি আকৌ আহি ভূঞাৰ লগত ৰহে

বৰুৱা?

কওক?

আপুনি ভাল তেন্তে?

অজয়ৰ বুকু ভাঙ্গি ওলাই আহে উত্তপ্ত হুমুনিয়াহ।

ভাল, জীৱন অভিধানৰ পৰা 'ভাল' শব্দটো আঁতৰি পৰিছে ভূঞা।

পিচে?

এটা কথা মিঃ ভূঞা?

কওক।

ভাবিছিলো—টকা পইচাই জীৱনত সকলো দিব পাৰে।

মই এই বিলাক একো নাজানো বৰুৱা। মাত্র এটা বস্তুহে জানো।

ৰব ...।

কিয়?



উঠক।

কিয়?

সেই কোঁঠালীলৈ যাওঁ আহক।

কিয় ইয়াতেই ভাল লাগিছে দেখোন।

আহক চোন?

দুয়ো সেই কোঁঠালীটোলৈ গ'ল। আচৰিত— টেবিলখনত কেবাটিও বটল আৰু গ্লাচ ভৰ্ত্তি আছে।

সি হাত লগালে—

এৰা; আপুনি?

চিন্তা নকৰিব। গোলাপ আছিল এপাহ। আপুনি ঘ্ৰাণ লবলৈ নাপাই এইবিধ বস্তুত ধৰিছে আৰু মই ঘ্ৰাণ লবলৈ পাই ধৰিছো।

সঁচাকৈ ওমৰ খৈয়ামক এইবাবে ধন্য।

তেন্তে?

ওঁ, আৰম্ভ কৰিব পাৰে।

অজয় গিলাচ দুটাত মদ বাকি ললে। দুয়ো পিয়া আৰম্ভ কৰিলে। কেইবা গিলাচো শেষ কৰাৰ পিচত সিহঁত বাস্তৱ জগতৰ পৰা বহুখিনি আঁতৰি পৰিল।

অজয়ে গাটো ঘমা যেন পালে। মনটো কেনিবা উৰি গ'ল। মনোজৰ চকুযোৰ সৰু হৈ আহিল।

বৰুৱা ?

ভূঞা ?

আপুনি যি বুজিছে ...।

মই ভুল বুজা নাই ...।

ভুল বুজা বুলি নকওঁ। কিন্তু ...।

কিন্তু আকৌ কিয় ?

মানে life টো সচাঁকৈ ...।

ওঁ। বৰ dangerous.

মই এটা suggestion দিব খুজো।

দিয়ক।

আপুনি আকৌ বিয়া ...।

বিয়া ?

হয়।

ভূঞা, আৰু কেতিয়াও নকব! জীৱনত যি কৰিছো সেয়ে more than sufficient টকা— টকাকহে এইবাৰ সকলো বুলি লৈছো।

উঁহু...। শান্তি নাপায়।

নিৰ্বিচাৰো। মই শান্তিক হত্যা কৰিছো। ইয়াৰ বাবে অকল ময়ে দায়ী নহওঁ ভূঞা। দায়ী আৰু কোনোবা এজন। * * * * * *



এনেকৈ চলিল দুয়োৰে জীৱনৰ দিনবোৰ। ই জানো ভালৰ পিনে চলিছে? নে বেয়াব পিনে? উচ্চ শিক্ষাৰে শিক্ষিত দুয়ো। জানে, বুজে সকলো। ভাল বেয়া বিচাৰ কৰিবৰ যোগ্যতা দুয়োৰে আছে।

তেন্তে ?

তেন্তে কিয় এনেদৰে চলিছে ?

মৰুময় সংসাৰত মনুহ এনে কিছুমান অভাৱনীয় মুহূৰ্ত্তত উপনীত হয়, যেতিয়া সকলো বুজিও, সকলো জানিও নিজে অবুজ, অজ্ঞান হব লগা হয়।

পৃথিবীখন মঞ্চ হ'ল বুলিয়েই যেয়ে যি কোনো ভাৱ লব পাৰেনে? ইয়াৰ জানো বিচাৰ নাই ?

আছে বোধকৰো!

* * * যোৱাকালি আবেলিৰ পৰা অজয়ৰ মূৰটো বৰকৈ বিষাব ধৰিছে। মনত শোকৰ দাবানল জ্বলিছে। বিবেক দংশন কৰিব ধৰিছে।

কিয় ?

সেই ঘৈণীয়েকক হত্যা কৰিবলৈ চেষ্টা কৰা মানুহজনৰ পাচ বছৰ সশ্ৰম কাৰাদণ্ড হৈছে। তাৰ মনত প্ৰশ্ন কেবাটিও।

মাধৱীক সিও গুলিয়াবৰ চেষ্টা কৰিছিল। মাধৱী যে

কথাযাৰ গোপন ৰাখি তাক ৰক্ষা কৰিলে। সি তাইৰ বাবে কৰিলে কি?

তাইক দেখোন বিচাৰি বিচাৰি হায়বান। কলৈ গ'ল তাই?

জীৱনৰ আৰম্ভনীৰে পৰা তাই কৰিলে মনোজৰ ওপৰত অভিমান। কেনেকৈ?

তাই তাক ভাল পায়। সিও ভাল পাইছিল। কিন্তু; কিন্তু সি তাইৰ পৰা পলাইছিল কিয়? কিয় অভিমানী তাই??? মনতে ভাবিলে—মনোজ পলাল বুলি তাই জানো জীৱনত সঙ্গী নাপাব? পালে। কিন্তু পাহৰিব খুজিও পাহৰিব নোৱাৰিলে অতীতৰ স্মৃতি পঞ্জী।

তথাপিও অজয়ৰ সাহচৰ্য্যত অতীত স্মৃতি বহুখিনি পাহৰি যাব পাৰিছিল, কিন্তু জীৱন নাটৰ বুকুত হঠাতে আকৌ মনোজৰ অবাঞ্চনীয় আগমনে মাধৱীৰ তুঁহ জুইত ঘিউ ঢালি দিলে। পুৰিব ধৰিলে তাই। লগে লগে সেই জুইৰ অনল শিখাই অজয়কো কৰিলে দগ্ধ।

আঙঠিটো খুলি দি পাহৰিবৰ চেষ্টা কৰিলে, মাধৱীয়ে ভাবিলে অজয়ৰ ভৰিত ধৰি ক্ষমা খুজিব। পোনাক লৈ জীৱনৰ বাকী দিন কেইটাত শান্তিৰ দ্বীপ জ্বলাই অতিবাহিত কৰিব। কিন্তু! ভবা মতে কাম নহয়। পোনাকো নিয়তীয়ে



কাঢ়ি লৈ গ'ল। উত্তপ্ত মৰুৰ বুকুত ওৱেচিচ বিচাৰি তাই নামি পৰিল অনন্ত অসীম যাত্ৰাৰ পথত।

তাই ভাবিলে, তাইৰ আচল প্ৰিয় মনোজ, অজয়, পোনা কোনোৱেই নহয়। আচল প্ৰিয় বেলেগ কোনোবা এজন।

শেষ নিশা, তাই সকলো এৰি ঘৰৰ বাহিৰ ওলাল।

কলৈ?

প্ৰিয়ক বিচাৰি।

বোধকৰো তাইৰ দংশিত বিবেকত আচল প্ৰিয়জনৰ বন্তি জ্বলী উঠিল। গতিকে সেই প্ৰিয়ৰ অনুসন্ধানত তাই তাই ওলাল।

অজয়ে বোধকৰো ইমান দিনে নিজকে লুকুৱাই ৰাখিছিলনে কি? আত্মাৰ বিস্মৃতি হলে হেনো জীৱৰ পতন হয়। ই যদি সঁচা, তেন্তে অজয়ৰ আত্মাৰ বিস্মৃতি হৈছিল নে কি?

জীৱে বোধকৰো কেতিয়াবা আচল সত্ত্বা পাহৰি যায়। ইয়ো তেওঁৰে ইচ্ছা নেকি? কোৰ্টৰ পৰা আহি সি কাকো একো কোঁৱা নাই। আনকি চাহ টোপাও খোৱা নাই। অকলে সিটো কোঠাত গৈ ভাবিলে বহুতো কথা—।

টকাই যদি সঁচা হয়, ইমান টকা আৰ্জ্জিলো—ক'তো অকণো শান্তি নেপালো দেখোন। মনত পৰিল মাধৱীৰ

কথা। কিমান সৰলা আছিল তাই, নিজৰ সকলো বেদনা সংগোপন কৰিও অজয়ক শান্তি দিবৰ বাবে চেষ্টা কৰিছিল।

কিন্তু?

কিন্তু মই অধম। মই নিজেই মোৰ শান্তিৰ ৰাজ্যত জুই লগাই দিছো।

নাই, ই কেতিয়াও হব নোৱাৰে। নিজকে অলপ চম্ভালি লৈ বটল এটি ললে। গিলাচটোত বাকিব খুজিলে। এটোপাও নাই দেখোন। আটাইবোৰ বটল চালে। এটোপাও নাই।

লৰালৰিকৈকৈ কোঠাটোৰ পৰা ওলাই আহিব খুজিলে। এনেতে বাটাম এটা খট্‌ কৈ অজয়ৰ মূৰত লাগিল: মূৰ ঘূৰোৱা যেন পালে।

হায় নিয়তি, ই কি? তুমি ওপৰত বহি চাই হাঁহি-ছানে কি? হাতখন কপালত বুলালে।

আঙ্গুলি কেইটা তেজেৰে ৰাঙলি হৈ আহিল।

ওচৰৰ টেবিল খনত মূৰটো থৈ ভাবিব ধৰিলে। ওচৰতে মাধৱী আৰু তাৰ ফটোখন। সেই বিয়াৰ ফটো।

তাৰ চকুলো বাগৰি আহিল। কপালত তেজ! চকুত চকুলো। ই কি বিষদৃশ্য।

ফটোখন সোঁহাতেৰে আনি বুকুত আকোৱালী লৈ কব



ধৰিলে—

মাধৱী, কলৈ গৈছা তুমি? মাধৱী? তোমাৰ বাবেই দেখোন সকলো কৰিলো। জীৱনত কি নকৰিলো কিন্তু তুমি?

কিবা কব খুজি কব নোৱাৰি হুক হুককৈ কান্দিব ধৰে। লাহেকৈ বাহিৰলৈ ওলাই আহি গেটৰ চাইনবৰ্ড খনত লিখা থকা কথা কেইটা তাৰ চকুত পৰিল।

“মাধৱী ভিলা।”

অলপ হাঁহিলে।

ই দুখৰ হাঁহি নে আনন্দৰ?

চকুৰে অবাৰিত ধাৰে চকুলো ব'ব ধৰিলে—

মাধৱী ভিলা? হাঃ! হাঃ!! মাধৱীহীন মাধৱী ভিলা। হাঃ! হাঃ! হাঃ!

বোধকৰো উন্মাদ হ'ল। নে বিবেকপ্ৰদীপ জ্বলী উঠিল?

ই মাধৱী ভিলা নহয়। ই যেন তাৰ মতে জীৱন্ত সমাধি। চিৰিটোৰে বেচাৰা এখোজ দুখোজকৈ তললৈ নামি আহিল। এবাৰ ঘৰটোৰ ফালে ভালকৈ চালে। তাৰ পাচত কলে মধৱী ভিলাত মাধৱী নাই।

চকুলোৰে গাল দুখন তিতি গ'ল। এখোজ দুখোজকৈ নামি খোজ দিলে পূবপিনৰ বাটটোৰেদি। সি

আকৌ কলৈ যায় ?

"ধন জন পুত্ৰ পৰিবাৰ সবহু অসাৰ।"

কথাষাৰ সঁচা। দেউতাকৰ লগত অভিমান কৰিলে। মাধৱীৰ লগত অভিমান কৰি ধনৰ পিনে মনটো আৰোপ কৰিলে।

যথেষ্ট ধন আৰ্জ্জিলে। পুত্ৰও পাইছিল নাপালে সত্য। নাপালে শান্তি। নাপালে প্ৰেম। প্ৰতি পদে পদে তাৰ অভিমান ব্যৰ্থ হ'ল।

জাগতিক সুখৰ ধন জন পুত্ৰ পৰিবাৰলৈ অভিমান কৰিবলৈ যোৱা মানৱৰ ভ্ৰমনেকি ?

ই আচল পথ নহয়নে কি ?

সত্য তেন্তে কি ?

প্ৰেম তেন্তে কি ?

জ্ঞান তেন্তে কি ?

বোধকৰো সেই প্ৰশ্নৰ উত্তৰ বিচাৰি ওলাল অজয়।

পূবপিনৰ বাটটোৰে দেশ চি গৈয়ে আছে। পাছলৈ এবাৰো ঘূৰি চোৱা নাই। লাহে লাহে অজয় ৰাস্তাৰ বুকুত অদৃশ্য হৈ গ'ল।

—অন্ত—